# চন্দ্ৰ ফুকন সোঁৱৰণী-গ্ৰন্থ

[২৭ আগষ্ট ১৯৭৩ চন দ্বি-মৃত্যু বাৰ্ষিকী দিৱস]

সম্পাদনাত

শ্ৰীসম্ভুৰাম শইকীয়া

প্ৰকাশিকা ঃ
শ্ৰীমতী প্ৰেমদা ফুকন
কুঠৰী
নগাঁও—অসম

প্ৰথম প্ৰকাশ ঃ
২৭ আগষ্ট—১৯৭৩ চন

অৰিহণা ঃ ৩·৫০ পইচা

ভিতৰৰ ছবিৰ ব্লক কৰোতা ঃ
১. শ্ৰীজগদীশ ফুকনৰ সৌজন্যত
বাতৰি ছপাশাল, ডিগবৈ ।
২. শ্ৰীজীতেন শৰ্মাৰ সৌজন্যত
গণতন্ত্ৰ ছপাশাল, নগাঁও ।

ছপা কৰোতা ঃ
ট্ৰিবিউন প্ৰেছ
গুৱাহাটী—৩

# ঃ মোখনি ঃ

এজন শিল্পী যেতিয়া নিজেই এটা সংস্কৃতি হয় তাক ভাষাৰ মাধ্যমেৰে প্ৰকাশ কৰিব নোৱাৰি। অসমীয়া সংস্কৃতি পথাৰ যি কেইজন লোকে নদন-বদন নৱ উন্মেষণাৰ দ্বাৰা উজলাই তুলিছিল সেই কেইজন লোক নিজেই সংস্কৃতি হৈ গ'ল।

আমাৰ মনত বুৰঞ্জীৰ পিয়লি ফুকনক নাটঘৰৰ মজিয়ালৈ আনি জীৱন্ত ৰূপ দিয়া, ধন্ৰী দুহিতা, শান্তি সীতাৰ অবিস্মৰণীয় স্বৰূপ নাটকৰ চৰিত্ৰৰ মাজেৰে দৰ্শকৰ অন্তৰ জয় কৰা আদি এশ এবুৰি নাটকত অভিনয় কৰি নিজেই অভিনয় জগতত স্মৰণীয় হোৱা চন্দ্ৰ ফুকনক কোনে নেজানে ? গাৱেঁ ভূঞে নাটঘৰ গঢ়ি উঠাৰ সপোন দেখি আৰু সেইবোৰৰ ওপৰত ভেজানি লৈয়ে জাতীয় নাট্যশালা গঢ়ি তোলা, সকলো যুগতে ঐক্যৰ দোলেৰে বান্ধিব পৰা কৃষ্টি সংস্কৃতিৰ ভেটিত চৰকাৰী নীতি নিৰ্দ্ধাৰণ হোৱা আদি বৃহৎ কিন্তু সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰা চিন্তা ধাৰাৰ মানুহ আছিল চন্দ্ৰ ফুকন।

চন্দ্ৰ ফুকনৰ আধ্যৱন্ত পৰিয়ালত জন্ম হলেও আৰ্থিক অৱস্থা তেখেতৰ স্বচ্ছল নাছিল সেয়েহে স্বাধীনতা আন্দোলনত একেবাৰে গাৱঁলীয়া হোজা লোকজনো যেতিয়া যোগ দি প্ৰাণ দিবলৈ প্ৰস্তুত হৈছিল তেখেতে তেতিয়া মানৱৰ মূল অৰ্থনৈতিক স্বাধীনতাৰ কাৰণে নিজকে মিলিটেৰী ঠিকাৰ কামত ব্যস্ত ৰাখিছিল। এবাৰ আমি তেখেতনো কিয় স্বাধীনতা আন্দোলনত যোগ নিদিলে বুলি প্ৰশ্ন কৰাত কৈছিল,— "বহুতে মোক সেই প্ৰশ্ন কৰে। মই ভাবো অৰ্থ-নৈতিক স্বাধীনতা বিনা ৰাজনৈতিক স্বাধীনতা আমাৰ জাতীয় জীৱনত বিশেষ কাৰ্য্যকৰী নহ'ব। মই অভাৱ কি বুজোতো ! মই কিমান অভাৱৰ মাজেদি দিন কটাইছো। মানুহে দিব পৰা বস্তুহে দান কৰিব লাগে। তেতিয়া মই নিঃস্ব আছিলো। কিন্তু সেই বুলি স্বাধীনতা আন্দোলনলৈ মোৰ সমৰ্থন নাছিল বুলিলে ভুল বুজা হ'ব। মই বাহিৰত থাকিয়ে যিমান পাৰো আন্দোলনকাৰীসকলক সহায় কৰিছিলো। আৰু যদি মই মোৰ নাটঘৰৰ যোগেদি এটি সু-সংস্কৃতিপূৰ্ণ

ঐতিহ্য বহনকাৰী—জাতীয়ভাৱ আংশিকভাৱে হলেও সমাজক দিব পাৰো আৰু মই বাস কৰা কুঠৰীৰ দাল দৰিদ্ৰ মানুহবোৰক জীয়াই থকাৰ সুবিধা কৰি দি দ্ৰুতগামী পৃথিৱীৰ সতে চিনাকি কৰি দিব পাৰো তেন্তে নিশ্চয় স্বাধীনতা আন্দোলনত যোগ নিদিয়া মোৰ দোষখিনি ক্ষমাৰ যোগ্য হ'ব।" এয়া আছিল তেখেতৰ নিজৰ বক্তব্য।

এইজনেই চন্দ্ৰ ফুকন— স্বাধীনতা আন্দোলনত যোগ নিদিলেও তেখেত স্বাধীনতা মানী। তেখেতে বাস কৰা এই অঞ্চলটোৰ অৰ্থনৈতিক স্বাধীনতা আনিবৰ প্ৰয়াসেৰে প্ৰতিষ্ঠা কৰিলে মাটিকঠালৰ বাগিচা, ফল সংৰক্ষণ কাৰখানা আৰু বহুতো বাজহুৱা অনুষ্ঠান। কিন্তু তেখেত সদায় সেই নিঃকিন অৱস্থাৰেই দিন কটালে।

বহুতক বহুত দি নিজে নিঃস্ব হোৱাৰ উদাহৰণ বহুত থাকিলেও তেখেতৰ দৰে যন্ত্ৰণাহীন মৃত্যু কেইজনে পায় কৰ নোৱাৰো। মৃত্যু ভয় নোহোৱাকৈ হাঁহি হাঁহি মৃত্যুৰ সতে যুঁজ কৰা দৃশ্য দেখি এনে হেন ভাব হৈছিল যেন তেখেতে কথা কৰ নোৱাৰা হোৱা শেষ মুহূৰ্ততো হাঁহিয়ে আছিল।

চন্দ্ৰ ফুকনৰ দোষ নাছিল বুলি আমি নকও। কিন্তু দোষৰ তুলনাত গুণ-বোৰ বহু বেছি। সেয়ে আমি তেখেতৰ মৃত্যুৰ তিথিত গুণবোৰ স্মৰণ কৰো আহক !

তেখেতক জানিছিলো বুলি কৰ পৰাৰ সাহস মোৰ নাই। তথাপি তেখেতৰ স্মৃতিত এপাহি পুষ্পাঞ্জলী আগবঢ়াবলৈ ইচ্ছা কৰিছো। যিসকলে প্ৰৱন্ধ, কবিতা, ইয়াত প্ৰকাশ কৰিবলৈ অনুমতি দিছে তেখেতসকললৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনাইছো। লগতে উক্ত প্ৰবন্ধ পাতি প্ৰকাশ হোৱা দৈনিক অসম, গণ-তন্ত্ৰ, দৈনিক জনমভূমি, জনমভূমি, আমাৰ প্ৰতিনিধি, শেৱালি, মৌক্সিমনি, নীলাচল, আদিলৈও মোৰ আন্তৰিক শলাগ জনালো। কাৰণ সেই কাকত, আলোচনীবোৰত প্ৰকাশ নোহোৱা হলে প্ৰবন্ধ-পাতিবোৰ সংগ্ৰহ কৰিব নোৱাৰিলোহে'তেন।

সজ পৰামৰ্শ আৰু উপদেশ দি গ্ৰন্থখনি যুগুত কৰাত লগতে সহায় সহযোগ আগবঢ়োৱাত সৰ্বশ্ৰী— চন্দ্ৰ মহন্ত, প্ৰদীপ ফুকন, ডাঃ দুৰ্গেশ্বৰ কছাৰী, গোলাপ শৰ্মা, উপেন্দ্ৰ বৰকটকী, বৃন্দাবন গোস্বামী, শ্ৰীমতী প্ৰেমদা ফুকন, শ্ৰীমতী তৃপ্তি গোস্বামী আৰু মোৰ শিক্ষক বন্ধুসকললৈ মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো।

ছপাশালত দিবলৈ পাণ্ডুলিপি প্ৰস্তুত কৰি দি সহায় কৰাৰ কাৰণে শ্ৰীমান সুনীল মণ্ডল, অৰূপ মহন্ত আৰু হৰি মহন্তক মোৰ শলাগ জনাইছো।

সৰ্বোপৰি পুথিত দিব পৰাকৈ ফুকনদেৱৰ ছবিবোৰ ব্লক কৰি দিয়া বাবে ডিগবৈৰ শ্ৰদ্ধেয় শ্ৰীযুত জগদীশ ফুকন আৰু নগাৱঁৰ গণতন্ত্ৰ ছপাশালৰ মালিক শ্ৰীযুত জিতেন শৰ্মাদেৱক মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছো।

যি গৰাকীয়ে প্ৰকাশৰ দায়িত্ব লৈ পুথিখনি প্ৰকাশৰ মুখ দেখুৱাবলৈ সক্ষম কৰালে সেই গৰাকী মাতৃ স্বৰূপা ফুকনদেৱৰ পত্নী শ্ৰীযুতা প্ৰেমদা ফুকন, মাজু আইতাৰ ওচৰত মই চিৰ ঋণী হৈ থাকিলো ।

ট্ৰিবিউন প্ৰেছে অতি সোনকালে পুথিখন ছপা কৰি উলিয়াই দিয়াৰ কাৰণে ছপাশালৰ সদৌ কৰ্মীবৃন্দলৈ মোৰ কৃতজ্ঞতা জনালো।

এজন মহান শিল্পীৰ আদৰ্শ জীয়াই ৰখাৰ চেষ্টাৰে আগবাঢ়ি পুথিখনি সম্পাদনা কৰা হ'ল। শিল্পীজনাৰ প্ৰতি আমাৰ শ্ৰদ্ধা নিবেদন জনাই ৰাইজৰ সহানুভূতি কামনা কৰিলো।

২৭।৮।৭৩

শ্ৰীসম্ভুৰাম শইকীয়া
সংকলয়িতা

———

# সূচী-পত্ৰ

# চন্দ্ৰমঞ্চ

॥ শ্ৰীমহেন্দ্ৰ নাথ ডেকাফুকন ॥

বিষ্ণু ৰাভা
ফণী শৰ্মা
চন্দ্ৰ ফুকন বোপা।
এই তিনি পাহি
পাৰিজাতৰ
এটি অম্লান থোপা ॥১

শিল্পী কবিয়ে
আই ভাৰতীৰে
পুষ্প পাত্ৰত থ'লো।
অম্লান প্ৰতিভা !
আয়ে তুলি ললে
দেখি কৃতাৰ্থ হলো ॥২

বৰকে মাগিলো—
ব্ৰহ্ম স্বৰূপিনী
আই ভাগৱতী মাও।
এনুৱা কুসুম
এই জনমত
আৰু বা কাহানি পাওঁ ॥৩

পাৰি বুলি আয়ে
স্মিত হাস্যৰে
দিলে এই সমিধান।
"ৰাখিবি জীয়াই,
বিষ্ণু ফণীৰ সতে
চন্দ্ৰ ফুকনৰ নাম ॥"৪

চন্দ্ৰ-ফণী-বিষ্ণু
চন্দ্ৰ-বিষ্ণু-ফণী।
ৰসময়ীৰ ত্ৰিনয়নৰ
তিনিটি গুণমণি ॥৫

চন্দ্ৰ-ফণী-বিষ্ণু
বিষ্ণু-ফণী-চন্দ্ৰ,
জীৱন বীণৰ এই তিনি তাঁৰ
বাজিছে মোহিনী মন্ত্ৰ ! ৬

বিষ্ণু ৰাভা, ফণী শৰ্মা
চন্দ্ৰ ফুকন—চন্দ্ৰ
ৰসিক চিত্ত গুঞ্জৰী ব'ল
অনাহুত অতন্দ্ৰ ॥৭

আজি অসমৰ নাট্য সাধকে
তিনিটি নয়ন পালো
জ্ঞানাঞ্জনৰ স্নিগ্ধ প্ৰভাত
ত্ৰিভুবন ঘূৰি চালো ॥৮

ৰাজ্যাসুৰহ'তে বণিক বিষয়া
দুই দৈত্যক লৈ
সুখ, শান্তি ভোগ কাঢ়ি মাৰি খায়
উপায় নোহোৱাকৈ ॥৯

মন্ত্ৰী নিমাত, তন্ত্ৰী নিমাত
ৰাজ্য-ৰাষ্ট্ৰ নাথও মূক।
ক'লা বজাৰৰ ভেম্পেয়াৰৰ
সোণেৰে সজায় বুক ॥১০

ৰক্ষকো চোঁৱা ভক্ষক হৈ'
ভোটতে বিভোল হল।
শাসন শোষণ জৰ্জৰিত প্ৰজা
ভুলুণ্ঠিত হৈ ৰ'ল ॥১১

উঠা নটৰাজ, ধৰা ডম্বৰু
ত্ৰিশূল আনিছোঁ লোঁৱা।
ত্ৰিপুৰাৰী ৰূপে প্ৰসাধন কৰি
সঞ্জীৱনী তাল বোঁৱা ॥১২

বুৰঞ্জী, ৰোমাঞ্চ, প্ৰেম বিচ্ছেদৰ
অভিনয় অবান্তৰ।
চলন্ত চৰিত্ৰ ৰূপায়ণ কৰি
শীঘ্ৰে আনা যুগান্তৰ ॥১৩

'ভুজলুং কাকা' ? তাতে আছে মাল
'চিবাজতো' যাদু আছে।
'পিয়লি ফুকন' চন্দ্ৰ ফুকন ?
ৰণ কালীকাই নাচে ॥১৪

আছে, আছে আশা, নহবা নিৰাশা
চন্দ্ৰ মণ্ডলৈ বলা।
বিষ্ণু ফণী আৰু চন্দ্ৰ ফুকনেৰে
সৰেও একাত্মা হ'লা ॥১৫

নৱলব্ধ এই আত্মবলেৰে
নতুন নাটক লেখা।
নিত্য ঘটি থকা দুৰ্নীতি কথা
কানে শুনা নিজে দেখা ॥১৬

দুষ্ট ভণ্ড দুই মুখীয়াৰ
শুভ্ৰ-ভদ্ৰ ছবি—।

ভাওনা থলিতে পুৰি ছাঁই কৰা
নাট্য-শিল্পী কবি ॥১৭

নৱৰসাধাৰ নাট্য কলাৰ
নকৈ শলাগ লোৱা।
জাকে জুমে আজি আঁউসী নিশাতে
অলেখ 'চন্দ্ৰ' হোৱা ॥১৮

গাৱেঁ-ভুঞে আজি নৱ নাট্যৰ
বোওৱা নতুন সুঁতি।
গতানুগতিক ভাও-ভেঙুচালি
জাঁজী হৈ যক উটি ॥১৯

অণুবীক্ষণ লগোৱাঁ চকুত
জীৱনক ফালি চোঁৱা।
দুৰাত্মাহঁতক মণ্ডতে বধি
মাতৃ আশীৰ্বাদ লোঁৱা ॥২০

মুখে মুখে নাম, হাতে হাতে কাম
এৰি দিয়া প্ৰসাধন।
নট-নটী ৰূপে কুশাসনে সতে
জুৰি দিয়া মহাৰণ ॥২১

জনগণ, ধন লুণ্ঠক বণিকে
চাই থক নিজ ৰূপ।
শাষক শোষক বিষয়া কুলেও
বিচাৰক অন্ধকূপ ॥২২

মণ্ডৰ পৰা ইংগিত লভি
সমাজে ব্যৱস্থা লওক।
প্ৰতি গাঁৱে-ভুঞে জীৱন মঞ্চ
'চন্দ্ৰ মঞ্চ' হওক ॥২৩

—০—

# চন্দ্ৰফুকনৰ সোঁৱৰণত

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

ৰামায়ণৰ এঠাইত অৰাজক জনপদৰ দোষবিলাকৰ কথা কৈছে। তাৰ ভিতৰত এটা দোষ হৈছে, অৰাজক দেশত শিল্পী আৰু গুণীলোকসকলে কষ্ট পায়, হৃষ্ট-চিত্তেৰে সাধনা কৰিব নোৱাৰে। সেই আদৰ্শমতে চালে আমাৰ দেশত অৰাজকতা চলিছেনে নাই বা কি পৰিমাণে আছে, নাগৰিকসকলে তাৰ বিচাৰ কৰিব। চন্দ্ৰ ফুকন এগৰাকী গুণী শিল্পী, তেওঁ নাটঘৰ আৰু নাটৰ প্ৰগতিৰ হকে আজীৱন চেষ্টা কৰিলে। কিমানখিনি স্বীকৃতি পালে, সেইটো বিচাৰ কৰিবলগীয়া।

ৰাজনীতিয়ে দেশৰ মানুহক বিভক্ত কৰি পেলায়, চাৰু শিল্পই বা সুকুমাৰ কলাই জগতখনক সংযুক্ত কৰে। ৰাজনীতিবিদে-ফালে, কিন্তু শিল্পীয়ে জোৰা লগায়। সংযুক্ত কৰা অতি তাকৰীয়া লোকৰ ভিতৰত চন্দ্ৰ ফুকন এটি। সেই হেতুকে দেশে তেওঁৰ স্মৃতিক আজি শ্ৰদ্ধা কৰিছে। মৃত্যুৰ পৰৱৰ্তী শ্ৰদ্ধা আৰু জীৱন কালত দান কৰা সহযোগিতা একে বস্তু নহয়। শিল্পীয়ে জীৱদ্দশাতে যোগ্য সমাদৰ পাব লাগে।

তথাপি আশাৰ কথা এইটোৱেই যে ভাৰ কেন্দ্ৰৰ Centre of Gravity পৰিৱৰ্তন হৈছে। ক্ষমতা আৰু ধনে যি সন্মান লাভ কৰিছিল সেই সন্মান শিল্পী সাহিত্যিকলৈ আহিছিল। জনগণৰ এই মানসিক পৰিবৰ্তন লক্ষ কৰিবলগীয়া। ফুকনৰ মৃত্যুত জাতি শ্ৰেণী নিৰ্বিশেষে ৰাইজে যেনে সন্মান দেখুৱালে তাৰ পৰা মনলৈ এটা আশা আহিছে। কবি-সাহিত্যিক-শিল্পী-শিক্ষক আদি সমাজৰ গুণী লোকসকল যে ৰাজনৈতিক বা সামাজিক কোনো চক্ৰৰ বহতীয়া নহয় এই কথা দেশৰ সৰ্বসাধাৰণে উপলব্ধি কৰিব পাৰিলেহে দেশৰ মঙ্গল।

আধুনিক অসমৰ ৰঙ্গমঞ্চ আৰু নাট্য আন্দোলনত যি সকলে অংশগ্ৰহণ কৰিছিল তাৰ মাজত ফুকন এগৰাকী আগৰণুৱা। অলেখ বাধা-বিঘিনিৰ মাজতো অসমীয়া নাটঘৰ আৰু নাটে যিখিনি আগবাঢ়িছে সি কেৱল চন্দ্ৰ ফুকনৰ দৰে দুগ-ৰাকীমান লোকৰ প্ৰতিভা আৰু কৰ্ম শক্তিৰ গুণত—ঁবোধনাথ পাটগিৰীয়া, ঁজগৎ ৰেজবৰুৱা, ঈন্দ্ৰেশ্বৰ বৰঠাকুৰ, ঁবিষ্ণু ৰাভা, ঁদীন শৰ্মা প্ৰভৃতি গুণী সকলৰ মাজত ঁচন্দ্ৰ কান্ত ফুকনৰ স্মৃতি সদায় উজ্বলি থাকিব।

ফুকনৰ অধ্যয়নৰ পৰিধি বহল আছিল আৰু সেই অধ্যয়নৰ ফল তেওঁৰ ৰচনা কাৰ্যত প্ৰতিফলিত হৈছিল। তেওঁৰ কৰ্ম শক্তিও বহুমুখী আছিল। এই মানববাদী, সহৃদয় আৰু উদাৰ লোকজনৰ অৱদানে সংস্কৃতি জগতত পোহৰ দি থাকিব।

—০—

# মঞ্চ আন্ধাৰ হ'ল

।। ফণীন্দ্ৰ নাথ গায়ন ।।

"মঞ্চ আন্ধাৰ হ'ল
প্ৰদীপ নুমাই গ'ল
এজন নটৰ বহু নাটকৰ
যৱনিকা পৰিব ৰ'ল ॥"

সঁচাকৈয়ে অসমৰ নাট্য জগতৰ শীৰ্ষস্থানীয় শিল্পীসকলৰ অন্যতম ঁচন্দ্ৰ ফুকন দেৱৰ জীৱন প্ৰদীপ নুমাই যোৱাৰ লগে লগে অসমৰ অন্যতম শীৰ্ষস্থানীয় নগাওঁ নাট্য মঞ্চ যেন আন্ধাৰ হৈ গ'ল। কবি-শিল্পী চন্দ্ৰ ফুকনৰ নিজৰেই অনুপম সৃষ্টিশীল কাপৰ পৰা নিৰ্জাৰি ওলোৱা, এই গীতটিৰ গভীৰ সত্য আজি সকলোৱে উপলব্ধি কৰিছে। নিজৰ বিষয়ে ফুকনদেৱে লিখিছিল "এইটো মোৰ ভেম নে অহংকাৰেই কব নোৱাৰোঁ। মই দেখোন মহাভাৰতৰ অৰ্জ্জুনৰ দৰে কৃষ্ণক আগত লৈ সাৰথি কৰি কুৰুক্ষেত্ৰ ৰণত জিকাতকৈ, কৰ্ণৰ দৰে বহুত শাওপাত আৰু অভিশাপ মূৰত লৈ ৰণ কৰি পৰাজয় বৰণ কৰাটোকে যেন বেচি ভাল পাওঁ"। এয়া সংগ্ৰামী আৰু আশাবাদী জীৱনবোধৰ অত্যুজ্জ্বল চানেকি। এয়া চন্দ্ৰ ফুকনৰ কাপৰ কল্পনা বিলাস নহয় এয়া জীৱন্ত বাস্তৱ অভিজ্ঞতাৰ স্ব-প্ৰকাশ। তাৰ চানেকি পাব আছে নগাওঁৰ পুৰৰ কুঠৰী নামৰ সৰু অঞ্চলটোৰ প্ৰতিটি অনুষ্ঠানৰ বুকুত। কুঠৰীৰ প্ৰতিটি বন পাততে নিহিত হৈ আছে চন্দ্ৰ ফুকনৰ স্মৃতি পাপৰি। কিন্তু সেয়া বাৰু পাচতো হ'ব। তাৰ আগেয়ে আমি জুকিয়াই চাওঁ কোন এই চন্দ্ৰ ফুকন—যাৰ স্মৃতিত অসমৰ মঞ্চজগত ম্ৰিয়মান।

অসমৰ মঞ্চ জগতত যি কেইজন বলিষ্ঠ শিল্পীৰ প্ৰাণৱন্ত অভিনয় প্ৰতিভাৱে দীপ্ত হৈ আছে যি কেইজন শিল্পীৰ মোহনীয় অভিনয়ে অসমৰ অভিনয় ইতি-

হাসৰ একোটি অধ্যায়ৰ সূচনা কৰিছিল যি কেইজন মুষ্টিমেয় শিল্পীৰ ত্যাগ, আশাশুধীয়া প্ৰচেষ্টাত, ভাস্কৰ নাট্য মন্দিৰ, বাণ ৰঙ্গমঞ্চ, নগাওঁ নাট্য মন্দিৰৰ দৰে গঢ়ি উঠিছিল মঞ্চ মন্দিৰ, সেই আঙুলিৰ মূৰত লেখিব পৰা সকলৰ মাজত আছিল অন্যতম শিল্পী নগাৱঁৰ চন্দ্ৰ ফুকন।

অসমৰ মঞ্চ জগতৰ বৰ্ণাঢ্য ব্যক্তিত্ব আৰু সৃষ্টিশীল দৃষ্টিভংগীৰ গৰাকী চন্দ্ৰ ফুকনদেৱে অসমৰ বুৰঞ্জী বিখ্যাত নাওবৈচা ফুকন পৰিয়ালত ১৯০৯ চনৰ ২৭ আগষ্টৰ দিনা নগাওঁৰ আমোলাপট্টিত জন্ম গ্ৰহণ কৰে। ১৯২৮ চনত নগাওঁ চৰকাৰী বিদ্যালয়ৰ পৰা তেওঁ সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। তেওঁ কটন কলেজ আৰু কোচবিহাৰ কলেজত বি-এ পঢ়ে আৰু ইংৰাজীত সন্মানসহ কোচবিহাৰ কলেজৰ পৰা তেওঁ স্নাতক হয়। ছাত্ৰ জীৱনৰে পৰা তেওঁ বিভিন্ন অনুষ্ঠানত সুন্দৰভাৱে আবৃত্তি কৰি মানুহৰ মনত আনন্দ দি বহু পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছিল। তেওঁ ছাত্ৰ জীৱনৰ স্মৃতি ৰোমন্থন কৰি লিখা এটি প্ৰবন্ধত উল্লেখ কৰিছে,—

"The annual prize distribution function was always an important event in my school days. On that day, I suddenly felt myself important and flattered not because I lifted more prizes for my merits but because my recitations were better than the best in the school.'

সৰু কালৰে পৰা আবৃত্তি আৰু অভিনয়ৰ প্ৰতি অপৰিসীম স্পৃহা থকা ফুকনে অভিনয় জীৱনৰ পাতনি মেলিছিল উচ্চ ইংৰাজী বিদ্যালয়ৰ ছাত্ৰ হৈ থকা কালতেই। সেই বিদ্যালয়ৰ ছাত্ৰ হৈ থাকোতেই তেওঁ, 'মেঘনাদ বধ' নাটকৰ নাম ভূমিকাত অভিনয় কৰি ভৱিষ্যতৰ প্ৰতিশ্ৰুতিৰ গুটি পচাইছিল। ছাত্ৰ অৱস্থাত অভিনয় কৰা আনখন উল্লেখযোগ্য নাটক আছিল 'পৃথিৰাজ' আৰু এই নাটকত জয়চন্দ্ৰৰ চৰিত্ৰ ৰূপায়িত কৰি তেওঁ নিজৰ যোগ্যতাৰ পৰিচয় দিছিল। ইয়াৰোপৰি তেওঁ অসংখ্য নাটকত শ্ৰেষ্ঠ অংশত অৱতীৰ্ণ হৈছিল। বিশেষকৈ সহ-অভিনয় হোৱাৰ আগতে তেওঁ বহু স্ত্ৰী-চৰিত্ৰ যোগ্যতাৰে ৰূপায়িত কৰি দৰ্শকক আমোদ দিব পাৰিছিল।

চন্দ্ৰ ফুকনৰ কালজয়ী অভিনয় হ'ল 'পিয়লী ফুকন' নাটকৰ নাম ভূমিকাত কৰা বলিষ্ঠ আৰু সাৱলীল অভিনয়। নগাৱঁৰ নাট্য সমাজৰ পিয়লী ফুকন নাটকে অকল নগাৱঁতেই নহয়— সমগ্ৰ অসমৰ মঞ্চ জগতলৈ নৱ-জাগৰণ আনিছিল বুলিব পাৰি আৰু এই নৱজাগৰণ বা আলোড়ণ সৃষ্টিৰ বাটকটীয়া আছিল চন্দ্ৰ ফুকন। অকল অভিনয়েই নহয় অসমৰ নাট্য বুৰঞ্জীৰ এখন উল্লেখযোগ্য 'পিয়লী ফুকন' নাটকৰ ৰচনাত সক্ৰিয়ভাৱে জড়িত থাকি তেওঁ নাটক সম্পৰ্কে থকা ধ্যান-ধাৰণাক সুস্পষ্টভাৱে প্ৰকাশ কৰিছিল। ১৯৪৭-৪৮ চনত চন্দ্ৰ ফুকনদেৱে 'পিয়লী ফুকন'ৰ অভিনয়ৰে অসমৰ মঞ্চ জগতত খ্যাতি লাভ কৰে। ডঃ ভূপেন হাজৰিকাদেৱে ফুকনদেৱৰ অভিনয় প্ৰতিভা সুৱঁৰি লিখিছিল—"কুমাৰ ভাস্কৰ নাট্য মন্দিৰলৈ নিমন্ত্ৰিত নগাওঁৰ পিয়লি ফুকন নাটমেলা চাই গোপীনাথ বৰদলৈ আপোন পাহৰা হ'ল। বিলাতৰ পৰা অহা সেই চেক্সপিয়াৰ নাট্যগোষ্ঠীও অভিভূত হ'ল। ফুকন যেন অসমৰ সাঁচিপতীয়া বুৰঞ্জীৰ পৰা জীৱন্ত হৈ নাট ঘৰলৈ ওলাই আহিল। যেনে সুদৰ্শন চেহেৰা তেনে গুৰুগম্ভীৰ কণ্ঠ আৰু উচ্চাৰণ।"



১৯২৯ চন। তেতিয়া নগাওঁ নাট্য মন্দিৰৰ অন্যতম শ্ৰেষ্ঠ অৱদান "শ্ৰীৰাম চন্দ্ৰ"ৰ অভিনয় হৈছিল। তেতিয়া নগাঁও নাট্য মন্দিৰৰ নাট্যকাৰ আছিল শ্ৰীগোপাল বৰা দেৱ। শ্ৰীৰামচন্দ্ৰ নাটকৰ মুখ্য স্ত্ৰী চৰিত্ৰ সীতাৰ অংশত ৰূপদান দিছিল, চন্দ্ৰ ফুকন ডাঙৰীয়াই। চন্দ্ৰ ফুকনৰ ৰূপসজ্জাৰ বিষয়ে তেওঁৰ সহকৰ্মী আৰু নগাঁও নাট্য মন্দিৰৰ অন্য এজন শ্ৰেষ্ঠ শিল্পী শ্ৰীসাৰদাকান্ত বৰদলৈ দেৱে কৈছিল ঃ "চন্দ্ৰ ফুকন যেন সাইলাখ সীতাজনীহে।" সেই চন্দ্ৰ ফুকনেই স্ত্ৰী চৰিত্ৰৰ সাজ "কাৰ্টুন" আলোচনিত ধাৰাবাহিক ৰূপে লিখা প্ৰবন্ধত উল্লেখ কৰিছিল। শিল্পী যুগল দাস দেৱে লিখিছে "আদিতে বিখ্যাত সীতা নাটকৰ স্ত্ৰী ভূমিকাত সীতা ৰূপে সদৌ অসমত আলোড়ন সৃষ্টি কৰিছিল ৰূপহ কোঁৱৰ (গ্লেমাৰ বয়) চন্দ্ৰ ফুকনে।"

মঞ্চৰ উপৰিও তেওঁ কথাছবিতো অভিনয় কৰিছিল। ১৯৫০ চনত নগাঁৱৰ পৰা প্ৰযোজনা কৰি উলিওৱা ৪২'ৰ পটভূমিত নিৰ্মিত বিপ্লৱী কথাছবিত নায়কৰ চৰিত্ৰত ৰূপদান দিছিল। অন্য এখন কথাছবি "পাৰঘাটতো" তেওঁ নায়কৰ চৰিত্ৰ কৃতিত্বৰে ৰূপায়িত কৰিছিল। কথাছবিত অভিনয় কৰিলেও মঞ্চৰ পাদ প্ৰদীপৰ প্ৰতি তেওঁৰ আকৰ্ষণ আছিল অধিক।

নগাওঁ নাট্য মন্দিৰ আছিল 'চন্দ্ৰ ফুকন দেৱৰ প্ৰাণৰ আপোন অনুষ্ঠান। এই অনুষ্ঠানটিৰ উন্নতিৰ কাৰণে তেওঁ সপোনে-সাঁচতে চিন্তা কৰিছিল। আৰু আজি নগাঁও নাট্য মন্দিৰে যি ৰূপ পাইছে তাৰ গুৰিতে আছে 'ফুকন দেৱৰ

অক্লান্ত শ্ৰম আৰু ত্যাগৰ মহিমা। ১৯৪৪ চনৰ পৰাই নগাঁও নাট্য মন্দিৰ পৰি-চালনা কমিটীৰ বিভিন্ন বিষয় বাবলৈ মৃত্যুৰ আগমুহূৰ্তলৈকে এই অনুষ্ঠানটিৰ উন্নয়নৰ কাৰণে যি কাম কৰি গ'ল সেয়া নগাঁও নাট্য মন্দিৰৰ এক সোণালী ইতিহাস আৰু সেই সোণালী ইতিহাসৰ কালজয়ী নায়কৰ অভাৱত আজি নগাঁও নাট্য মন্দিৰ মোলান পৰি আছে।

নাটশিল্পী চন্দ্ৰ ফুকনদেৱ এজন ভাল কবিও আছিল। 'মিলন' আৰু 'আহ্বান' আলোচনীত তেওঁ কবিতা লিখিছিল বুলিও জনা যায়। তেওঁ যে সুকবি আছিল তাৰ প্ৰমাণ ১৯৭০ চনত ধিঙত অনুষ্ঠিত সাহিত্য সভাৰ অধিবেশন উপলক্ষে প্ৰকাশ কৰা স্মৃতি গ্ৰন্থত সন্নিবিষ্ট কবিতা কেইটাতে পোৱা যায়। ইয়াৰোপৰি ডঃ ভূপেন হাজৰিকাদেৱৰ দ্বাৰা সম্পাদিত 'আমাৰ প্ৰতিনিধি'তো তেওঁৰ কেইটামান কবিতা প্ৰকাশ হৈছিল। 'গণতন্ত্ৰ' নামৰ সাপ্তাহিক কাকতত প্ৰকাশিত "ফণী শৰ্মাৰ স্মৃতি তৰ্পণ" শীৰ্ষক কবিতা, প্ৰতিনিধিত প্ৰকাশিত 'বিষ্ণুৰাভা' শীৰ্ষক কবিতাত তেওঁৰ ব্যক্তিগত জীৱনৰ অভিজ্ঞতাৰ সুন্দৰ স্ফুৰণ ঘটিছে বুলিব পাৰি। আমাৰ প্ৰতিনিধিত প্ৰকাশ পোৱা "এক অদ্ভুত দুৰাশা" শীৰ্ষক কবিতাটি কবিৰ ব্যক্তিগত জীৱন দৰ্শনৰ এক প্ৰামান্য আলেখ্য বুলিব পাৰি। সাধাৰণ মানুহৰ প্ৰতি তেওঁৰ হৃদয়ত থকা আকাশ সদৃশ উদাৰতাৰ প্ৰমাণ উক্ত কবিতাটিৰ ছন্দে ছন্দে বিৰাজিত হৈ আছে।

শিল্পী চন্দ্ৰ ফুকনদেৱে ডঃ ভূপেন হাজৰিকালৈ লিখা চিঠিত প্ৰকাশ কৰি-ছিল ঃ '...আৰু যাবৰ পৰত মোক যদি সোধে চন্দ্ৰ ফুকন সংসাৰলৈ আহি কি কি কৰিলি ? মই ক'ম, মোৰ ওচৰৰ নাটঘৰটো মই বাস কৰিবলৈ লোৱা কুঠৰী এই সৰু গাঁওখন মই আহি পাই দেখাতকৈ ভাল কৰিবলৈ চেষ্টা কৰিলো। ×××মোৰ দেখোন স্বদেশ প্ৰেম বহল হৈ বিশ্বপ্ৰেম বা মানৱপ্ৰেম নহৈ ঠেক হৈ হৈ আহি কুঠৰী প্ৰেম হ'ল। মই ভাবিছো এই সৰু কুঠৰী গাঁওখন অসমৰ মেপত এটা সৰু বিন্দুৰ আকাৰে থৈ যাব লাগিব।' আৰু সঁচাকৈয়ে কুঠৰীক শিল্পীয়ে অসমৰ মেপত এটা বিন্দুৰ আকাৰে স্বীকৃত কৰি থৈ গৈছিল। তেওঁ ১৯৩৬ চনৰে পৰা কুঠৰীৰ হাবিময় অঞ্চলত অপৰিসীম পৰিশ্ৰম কৰি মাটিকঠালৰ বাগিচা খুলিলে আৰু কুঠৰী গাঁওৰ father figure হ'ল। কুঠৰীত সৰ্বসাধাৰণৰ মাজত শিক্ষা বিস্তাৰৰ কাৰণে অপৰিসীম পৰিশ্ৰম আৰু ত্যাগৰ বিনিময়ত গঢ়ি তুলিলে এখনি



উচ্চ ইংৰাজী বিদ্যালয়। তেওঁৰ বিখ্যাত Green view product ৰ সম্পৰ্কে চৰকাৰৰ অনুদানৰ নীতিৰ বিষয়ে উল্লেখ কৰি 'সাপ্তাহিক নীলাচল'ত এটি প্ৰবন্ধ লিখিছিল। অসমৰ এক অখ্যাত অঞ্চলৰ এক মাটিকঠালে বিশ্বজয়ী কৰিবৰ মানসেৰে সুদূৰ ৰাচীয়া পৰ্যন্ত পাইছিলগৈ আৰু সেয়া উৎপাদন কৰিছিল এক বিখ্যাত শিল্পী চন্দ্ৰ ফুকন দেৱে। তেওঁ ইচ্ছা কৰা হলে চহৰত বাস কৰি অন্য এক লাভজনক ব্যৱসায় কৰি অথবা চৰকাৰী পদমৰ্যাদা সম্পন্ন স্থান লৈ থাকিব পাৰিলেহেঁতেন। কিন্তু সেয়া নিজে নকৰি নিজৰ সৃষ্টিশীল মনেৰে হাবিময় আৰু অনুন্নত সম্প্ৰদায়ৰ মানুহেৰে পৰিপূৰ্ণ কুঠৰী অঞ্চলত নিজৰ গাঁঠিৰ ধন ভাঙি নিজৰ জীৱন নিৰ্বাহৰ লগতে অন্য বহুতো সৰ্বহাৰাৰ মুখত এমুঠি আহাৰ দিয়াৰ প্ৰয়াস কৰিছিল। কিন্তু শিল্পীয়ে জীৱনৰ শেষ বয়সত এই ব্যৱসায় সম্পৰ্কে চৰ-কাৰী নীতিৰ দীৰ্ঘসূত্ৰিতাৰ কাৰণে ভীষণ দুখ পাব লগা হৈছিল। আমি সেই সময়তে অসম চৰকাৰক অনুৰোধ কৰি লিখিছিলোঁ, "চন্দ্ৰ ফুকনদেৱে কুঠৰী নামৰ সৰু গাঁওখন অলপ উন্নত কৰিবৰ কাৰণে আজীৱন প্ৰচেষ্টা চলাইছিল। সেই শিল্পী মনৰ কল্পনাক বাস্তৱত ৰূপ দি বাৰ্দ্ধক্যৰ কবলত কুঠৰীৰ অনিশ্চিত ভৱিষ্যত আৰু ১০০টা পৰিয়ালৰ এন্ধাৰ দিনৰ কথা কল্পনা কৰি ভাগৰি পৰা শিল্পী গৰাকীক অলপ শান্তিত জীৱন অতিবাহিত কৰিবলৈ দিয়ক। নহলে আমি পাচত বহুত বিবৃতি আৰু শোক প্ৰস্তাৱ পঠিয়াই শিল্পীৰ ত্যাগক মৰণোত্তৰ ভাৱে স্বীকৃতি জনাই আমাৰ অকৰ্মণ্যতা আৰু চৰকাৰী কৰ্মচাৰীৰ হাতত অসহায় খেলাৰ পুতলা হোৱাৰ চৰম গ্লানীৰ পৰা আত্ম ৰক্ষা কৰাৰ চেষ্টা কৰিব লাগিব। আশাকৰোঁ প্ৰগতিশীল কৃষি মন্ত্ৰীয়ে নিজৰ অকৰ্মণ্যতা প্ৰমাণ হোৱাৰ আগতে নিজস্ব প্ৰতিভা আৰু কৰ্মনিপুণতাৰ অপূৰ্ব নিদৰ্শনৰ দ্বাৰা অসমৰ এই অনু-ষ্ঠানটিৰ উন্নতিকল্পে দ্ৰুত ব্যৱস্থা গ্ৰহণ কৰিব।"

কব নোৱাৰোঁ আমাৰ এই আবেদন কাৰ্যকৰী হল নে নাই অথবা Green view products ৰ কিবা উন্নতি হলনে নাই। চন্দ্ৰ ফুকনদেৱে অসমৰ কথাছবি ষ্টুডিঅ'টিৰ বিষয়ে অতি আশাবাদী আছিল। কিন্তু সেই আশা মৰহি যোৱাৰ কাৰণে মৃত্যুৰ কেইদিন মানৰ আগতে 'জনমভূমি' কাকতত নগাঁও জিলাৰ পৰি-পূৰিকা সংখ্যাত ষ্টুডিঅ'টোৰ বিষয়ে লিখিছিল।

১৯৭১ চনৰ ২৭ আগষ্টৰ দিনা এই শিল্পী প্ৰাণ মহান ব্যক্তি গৰাকীয়ে ইহলিলা সম্বৰণ কৰে। কিন্তু তেওঁৰেই অমৰ সৃষ্টি পিয়লী ফুকনৰ আহ্বান এতিয়াও আমাৰ কাৰণে প্ৰেৰণা হৈ আছে ঃ "মোক স্বৰ্গ নালাগে, মোক বৈকুণ্ঠ নালাগে, মই সোণৰ সংফুৰা, দেৱবো দুৰ্গম অসমলৈ আকৌ আহিম। আকৌ জনম লম।XXX



# চন্দ্ৰ ফুকন

॥ যুগল দাস ॥

চন্দ্ৰ ফুকনৰ অভিনয় প্ৰতিভা পোণ প্ৰথম আবিষ্কৃত হয় নগাওঁ হাইস্কুলৰ বঁটা বিতৰণী সভাত। সেই সভাৰ এক আবৃত্তিয়ে এই শিশুৰ ভিতৰত বৰ গছৰ ক্ষুদ্ৰ গুটিটোৰ ভিতৰত কিমান ডাঙৰ বটবৃক্ষ নিহিত আছিল, তাৰ ইংগিত দিয়ে। এই আবৃত্তি কৰোতে শিশু চন্দ্ৰ ফুকনৰ ভাষাৰ ওপৰত আধিপত্য শব্দ ঝংকাৰ, প্ৰকাশভংগী, অভিনয় কুশলতা সকলো ব্যক্ত হৈ পৰে। চন্দ্ৰ ফুকন অভিনয়ৰ জালত আবদ্ধ হয়।

চন্দ্ৰ ফুকনৰ প্ৰথম আলোড়ন সৃষ্টি কৰা অভিনয় হল শ্ৰীগোপাল বৰা ৰচিত 'শ্ৰীৰামচন্দ্ৰ' নাটকৰ সীতা চৰিত্ৰ। নাট্যশাস্ত্ৰত পাত্ৰী লক্ষণ বিস্তৃত ভাৱে বৰ্ণিত হৈছে যাতে উপযুক্ত লোকহে চৰিত্ৰ ৰূপায়ণত—নিৰ্বাচিত হব পাৰে। পাত্ৰীৰ এই লক্ষণ চন্দ্ৰ ফুকনৰ এই সীতা চৰিত্ৰত সম্পূৰ্ণৰূপে সাব্যস্ত হয়। কিন্তু অকল বাহ্যিক লক্ষণেৰেই চন্দ্ৰ ফুকনে অমৰ সীতা চৰিত্ৰ ৰূপায়ণ কৰিব পৰা নাছিল। মনোহৰ সীতাৰ ৰূপৰ লগতে সংযুক্ত হৈছিল চন্দ্ৰ ফুকনৰ অভিনয় প্ৰতিভা। সেয়ে এই সীতা দেখি ৰামায়ণ-প্ৰাণ দৰ্শকমণ্ডলীয়ে বাল্মিকী চিত্ৰিত জনক জীয়ৰী, দশৰথ পুত্ৰবধু, বনবাসী ৰাম সহচৰী সীতা, অশোক বনৰ সীতাক নগাওঁ নাট্য মন্দিৰৰ মঞ্চত পোৱা যেন পালে। আজিকোপতি নগাৱঁৰ বৃদ্ধ-বৃদ্ধাসকলে চন্দ্ৰ ফুকনৰ এই সীতাক শ্ৰদ্ধাৰে স্মৰণ কৰে।

নগাওঁ নাট্য মন্দিৰত নিবেদিত অসংখ্য অভিনয়ত চন্দ্ৰ ফুকনে কিবা এটা ভাও লৈ বা বাব লৈ অংশ গ্ৰহণ কৰি গ'ল। নগাওঁ নাট্য মন্দিৰেই আছিল চন্দ্ৰ ফুকনৰ সংস্কৃতিক সত্ৰ ( alma metre ) চন্দ্ৰ ফুকনে নগাওঁৰ নাট্য মন্দিৰত

অকল বিবিধ ভাওকে ৰূপায়িত কৰা নাই, নগাওঁ নাট্য মন্দিৰত বিবিধ অভিনয় শৈলী ( theatre technique ) প্ৰযোজনা কৰি গৈছে। আমি জনাত নগাওঁ নাট্য মন্দিৰত চন্দ্ৰ ফুকনেই অসমত পোন প্ৰথমে শব্দযন্ত্ৰ অভিনয়ত সংযোগ কৰে। অসমত সহঅভিনয়ৰ প্ৰচলনত কেবাগৰাকী লোকৰ অৱদান আছে। এই বিষয়ত চন্দ্ৰ ফুকনৰ অৱদানো লেখত লবলগীয়া। কেতবোৰ অভিনেতাই মঞ্চত যিকোনো অভিনেত্ৰীৰ লগত অভিনয় কৰিবলৈ বেয়া নেপায়। কিন্তু মঞ্চৰ বাহিৰত এই অভিনেত্ৰীবোৰ হৈ পৰে অস্পৃশ্য। আজিকোপতি অভিনেত্ৰী সম্প্ৰদায়ক ন্যায্য সন্মান আৰু স্থান দিয়া হৈছে বুলি নেভাবিবলৈ থল আছে। চন্দ্ৰ ফুকনে কিন্তু অভিনেত্ৰীসকলক সামাজিক বা গাইগুটীয়া স্থান বা চৰিত্ৰৰ প্ৰতি উদাসীন হৈ কেৱল কলাসেৱী স্বৰূপে সদায় এটা সম্প্ৰদায় সৃষ্টি কৰাত আৰু সন্মান আগবঢ়োৱাত আপ্ৰাণ চেষ্টা কৰি গ'ল। অভিনয়ৰ বাবে দূৰ দূৰণীৰ পৰা নিজে গৈ অভিনেত্ৰী সংগ্ৰহ কৰি কেইবাগৰাকী ছোৱালী তেওঁৰ নিজৰ ঘৰত বাইদেউকৰ তত্বাৱধানত সসন্মানে ৰখা-মেলাৰ দিহা কৰিছিল। মহিলা শিল্পীসকলৰ প্ৰতি তেওঁৰ এই মহানুভৱতাক অনেকে তেওঁৰ মানসিক দুৰ্বলতা বুলি কবলৈয়ো সংকোচ কৰা নাছিল। কিন্তু ফুকনে কোনো কালে এনে সমালোচনাৰ প্ৰতি ভ্ৰূক্ষেপ নকৰিলে। অকল ভ্ৰূক্ষেপ নকৰাই নহয়। অনেক ক্ষেত্ৰত অভিনেত্ৰীসকলৰ প্ৰতি অৱমাননাসূচক কোনোবাই কিবা মন্তব্য কৰিলে তেওঁ চন্দ্ৰ ফুকনৰ বাক্যবানৰ আঘাটত জৰ্জৰিত হ'ব লাগিছিল। চন্দ্ৰ ফুকনে আমি জনাত আৰ্থিক অস্বচ্ছল অৱস্থাৰে দিন কটালে। কিন্তু শিল্পীক সহায় কৰাৰ ক্ষেত্ৰত কোনো আড়ম্বৰ বা ঢোল নোকোবোৱাকৈ যিদৰে মুক্ত হস্তে সহায় কৰি গ'ল তাক বিচাৰ কৰিলে এটি সত্যই প্ৰমাণিত হয়। এই সত্য হল ধন থাকিলেই ধন নিদিয়ে, মন থাকিলেহে ধন দিয়ে।

চন্দ্ৰ ফুকনে সদায় সময়ৰ লগত খোজ মিলাই চলিছিল। প্ৰথমবাৰ দিল্লীত সৰ্বভাৰতীয় নাট সমাৰোহলৈ যাওঁতে তেওঁ আছিল দলপতি। দিল্লীলৈ গৈ তেওঁ মঞ্চত শব্দযন্ত্ৰ (microphone) ব্যৱহাৰত পক্ষপাতি হৈ পৰিল। দৰাচলতে কিন্তু শব্দযন্ত্ৰ অভিনয়ত ব্যৱহাৰ কৰা নিষিদ্ধ। ভাৰতীয় নাট্য শাস্ত্ৰৰ মতে মঞ্চৰ আৰু প্ৰেক্ষাগৃহৰ যি দীঘ-পুতল দিয়া হৈছে, তেনে মঞ্চ আৰু প্ৰেক্ষাগৃহত শব্দযন্ত্ৰৰ প্ৰয়োজন নাই। আধুনিক পাশ্চাত্য মঞ্চ বিশেষজ্ঞসকলৰ মতে



আদৰ্শ প্ৰেক্ষাগৃহত ৭৫০ জন, বৰ বেচি হলে এহেজাৰৰ অধিক লোক বহিব পৰা কৰিব নালাগে। তেতিয়াহলে শব্দ শুদ্ধতাৰ (acoustic) কোনো কথা নাথাকিলে সাধাৰণভাৱে মঞ্চৰ অভিনেতাৰ বচন দৰ্শকে ভালদৰে গ্ৰহণ কৰাত একো অসুবিধা নাথাকে। নাট সমাৰোহৰ দুবছৰৰ পিচত দিল্লীৰ এক নাট আলোচনা সভালৈ ফুকন পুনৰ যাবলগীয়া হল। তাত শব্দযন্ত্ৰৰ প্ৰয়োগ উচিতনে অনুচিত এই কথা আলোচনা কৰা হৈছিল। অসমলৈ উভতি আহি ফুকনে স্বীকাৰ কৰিছিল যে শব্দযন্ত্ৰ ব্যৱহাৰ্য বুলি তেওঁ অতকালে ভুল ধাৰণা লৈ আছিল। বিশুদ্ধ অভিনয়ত এই যন্ত্ৰ নিষিদ্ধ কৰা উচিত।

চন্দ্ৰ ফুকনৰ অভিনয় পালমৰা বিধৰ নাছিল। 'হৈ যাব' বুলি অভিনয়ত মেৰা ফলোৱা বিধৰ অভিনেতা তেওঁ নাছিল। আখৰাত আছিল তেওঁৰ পূৰ্ণ আস্থা। আখৰাতো নিজে কৰাতকৈ কিবা আনন্দেৰে আৰু ভালকৈ কৰিব পাৰিবনে নোৱাৰি--তাকো সতীৰ্থসকলৰ দ্বাৰা কৰোৱাই চাইছিল। অভিনয় কাষ চাপি আহিলে দুৱাৰ-ঘৰ মাৰি বচন আয়ত্ব কৰাটো ফুকনৰ স্বভাৱ আছিল। সেইখিনি সময়ত অযথা সময় নষ্ট কৰিবলৈ গ'লে লগৰ লগৰীয়াক অব্যাহতিৰ বাবে স্পষ্ট ভাষাত যাবলৈ কৈছিল।

মতানৈক্য সজীৱতাৰ লক্ষণ। ফুকনৰ সৈতে তেওঁৰ অন্তৰংগ সতীৰ্থসকলে অভিনয় সম্বন্ধে আলোচনা কৰোঁতে প্ৰায়ে মতানৈক্য হোৱা দেখা গৈছিল। কেতিয়াবা এনে মতানৈক্যই সাময়িকভাৱে তুমুল বাক-বিতণ্ডা বুলিয়েই অনুভূত হৈছিল। সতীৰ্থসকলৰ সৈতে ফুকনৰ যি আত্মীয়তা, তাত কেতিয়াও আঘাত নপৰে। সেয়ে ফুকনৰ বন্ধুত্ব আছিল নিভাঁজ। তেওঁ কেৱল নিজৰ মতেই শুদ্ধ মত বুলি ভবা শ্ৰেণীৰ লোক নাছিল। নীৰৱে অভিনয়ৰ কথা ভবা, অভিনয় সম্বন্ধে দেশ-বিদেশৰ আলোচনা সমালোচনা আৰু নাট্য সাহিত্য অধ্যয়ন কৰা আছিল ফুকনৰ সাধনাৰ বস্তু। সেয়েহে ফুকনৰ মন কেতিয়াও পুৰণি নহ'ল। পাদ প্ৰদীপৰ আগত নিজক প্ৰকাশ কৰা আৰু দৰ্শকৰ সমাদৰ লাভ কৰাই চন্দ্ৰ ফুকনৰ কেতিয়াও প্ৰবৃত্তি নাছিল বৰং পাদপ্ৰদীপৰ সন্মুখত থিয় হবলৈ নিজক সকলো প্ৰকাৰে উপযুক্ত কৰি তোলা আৰু দৰ্শকক দৰ্শনীৰ বিনিময়ত এফেৰি বিমল আনন্দ দিয়াই চন্দ্ৰ ফুকনৰ আছিল প্ৰাণৰ হেঁপাহ। সেয়ে নগাওঁ নাট্য মন্দিৰৰ

ৰুৱঞ্জীত এটা যুগত জগৎ বেজবৰুৱা-শাবদা-ববদলৈ-চন্দ্ৰ ফুকন যুগ বুলি কব পাৰি। এই তিনি মঞ্চ শিল্পীয়ে অভিনয়ক যি উচ্চ শিখৰত স্থাপন কৰিলে, অসমৰ প্ৰকৃত মঞ্চ ইতিহাস বচনা হলে সেই তথ্য প্ৰকাশ পাব বুলি আমি বিশ্বাস কৰো। ফুকনৰ মতে বিশুদ্ধ অভিনয় চিৰনতুন। চন্দ্ৰ ফুকন আছিল জীৱন শিল্পী। তেওঁৰ ব্যক্তিত্ব আছিল অসাধাৰণ। ফুকন আছিল জন্মগত শিল্পী, সাধক শিল্পী, দেখনত শিল্পী, বচনত শিল্পী, ব্যৱহাৰত শিল্পী, বাহিৰত শিল্পী, অন্তৰতো শিল্পী। অভিনয়ত পৰিপক্কতা ( maturity ) লাভ কৰা ফুকনৰ স্তৰৰ (stature ) মঞ্চ শিল্পী, অসমত কিয় বিশ্বত বিৰল।



# বন্ধুবৰ চন্দ্ৰ ফুকন

॥ চন্দ্ৰধৰ গোস্বামী ॥

১৯৬৯-১৯৭০ আৰু ১৯৭১ এই তিনিটা বছৰত এজনৰ পাছত এজনকৈ অসমৰ তিনিটা প্ৰতিভা বিষ্ণুৰাভা, ফণী শৰ্মা আৰু চন্দ্ৰ ফুকনে পৃথিৱীৰ অভিনয় শেষ কৰি মহাসুন্দৰৰ লগত বিলীন হৈ গ'ল। এৰি গ'ল তেওঁলোকৰ সৃষ্টিৰ সৌন্দৰ্য্যৰ বেঙুণিবোৰ। সেই বেঙুণিৰ পোহৰত জাতিস্কাৰ হৈ আমি আনন্দ সম্ভো—গৌৰৱ অনুভৱ কৰো।

এই তিনিজনা মহান শিল্পীৰ জীৱন কালত আৰু মৃত্যুৰ মাজেদি মোৰ এটি অনুভূতি হৈছে। সি হ'ল আমি দান গ্ৰহণ কৰো কিন্তু প্ৰতিদান দিয়া দূৰৰ কথা এজন শিল্পীৰ জীৱন কালত সামান্য কৃতজ্ঞতা, অকণমান মৰম যচাৰ কথাও নাভাবো। অন্ততঃ জ্যোতি ককাইদেউৰ পৰা আৰম্ভ কৰি চন্দ্ৰ ফুকনলৈকে এই চাৰিজনা শিল্পীয়ে তেখেত সকলৰ জীৱন কালত আমাৰ পৰা একো নেপালে। আন একো কৰিব নোৱাৰিলেও আমাৰ সমাজত আমি এনে এটা সামূহীক পৰিবেশ আৰু অৱস্থাৰ সৃষ্টি কৰিব নোৱাৰিলো যিহৰ মাজেদি শৰ্মা আৰু ফুকনদেৱে তেখেত সকলৰ নিজস্ব সাধনাৰ ক্ষেত্ৰ, অভিনয়ৰ একোটি নিজস্ব ধাৰা সৃষ্টি কৰিবলৈ সক্ষম হ'লহেঁতেন।

আমি শুৱলা শব্দেৰে বক্তৃতাত কওঁ "অসমীয়া মানুহ সংগীত প্ৰিয়, অভিনয় প্ৰিয়। শ্ৰীমন্তশংকৰে অভিনয়ৰ মাজেদি মানুহৰ অন্তৰত সৌন্দৰ্য্যৰ বোল দি আমাক সুন্দৰ কৰিলে। এটি জাতি গঢ়িলে, সংস্কৃতি গঢ়িলে। তেখেত অসমীয়া সংস্কৃতিৰ গুৰু। শ্ৰীমন্তশংকৰৰ পবিত্ৰ স্মৃতি আমাৰ মাজত থকালৈকে আমি অসমীয়া".........ইত্যাদি ইত্যাদি।

আজি সেই অসমতেই অভিনেতাই এখন নাটক মঞ্চস্থ কৰিবলৈ আন সকলো আয়োজন কৰাৰ লগতে অভিনয়ৰ খৰছ যোগাবলৈ ঘৰে ঘৰে গৈ টিকেট বেচি ফুৰিব লাগে। নহলে প্ৰেক্ষাগৃহ হৈ থাকে শূন্য। বহুতে আকৌ এবাৰ নোৱাৰি এঙাই হলেও টিকেট এখন লয় কিন্তু অভিনয়লৈ অহাৰ প্ৰয়োজন বোধ নকৰে। তথাপি আমি বক্তৃতা দিওঁ, আশা কৰো নাট্যকাৰে ভাল নাটক লিখিব লাগে, অভিনেতাই ভাল অভিনয় কৰিব লাগে—নাটকৰ ধাৰা, অভিনয়ৰ ধাৰা সৃষ্টি কৰিব লাগে। আমি গৌৰৱ কৰিবলৈ থল কৰি দিব লাগে। এখন ভাল নাটক সৃষ্টি হবলৈ—সেই নাটকৰ সুন্দৰ অভিনয় হবলৈ লাগে একোটা উপযুক্ত মঞ্চ, আহিলা-পাতি, পৰিবেশ আৰু সহৃদয় দৰ্শক। এইখিনি সামূহিক দায়িত্ব। সমাজে এনে এটি বাতাবৰণ সৃষ্টি কৰিব পৰাৰ মাজেদিহে অভিনয় প্ৰতিভাৰ প্ৰকাশ সম্ভৱপৰ হব পাৰে।

অসমৰ অভিনেতাসকলৰ আৰু এটি দুৰ্ভাগ্য হ'ল তেওঁলোকে কৰা অভিনয় সমূহৰ এটি ধাৰাবাহিক যথোপযুক্ত নাটকৰ অভিধানসন্মত আলোচনা বা সমালোচনা নোহোৱাটো। নাটক আৰু অভিনয় ক্ষেত্ৰত আজিলৈকে আমাৰ এনে এটি আলোচনা বা সমালোচনা ওলোৱা নাই যিহৰ ওপৰত ভৰ দি এজন অভিনেতাৰ অভিনয়ৰ বিশেষত্ব, ধং, মান আৰু এটা চৰিত্ৰক ৰূপ দিয়াৰ ক্ষেত্ৰত অভিনেতা জনে সেই চৰিত্ৰ নিজে কি ভাৱে উপলব্ধি কৰিছে, সেই উপলব্ধি শুদ্ধ নে অশুদ্ধ আৰু শুদ্ধ হলে সেই উপলব্ধি প্ৰকাশৰ ক্ষেত্ৰত অভিনেতাজন কিমানদূৰ কৃতকাৰ্য হৈছে আদিৰ বিষয়ে সম্যক জ্ঞান লাভ কৰিব পাৰো। এনে আলোচনাৰ অভাৱৰ কাৰণে অসমত অভিনয় কলাৰ এটি ধাৰাবাহিক ইতিহাস ৰচিত হোৱা নাছিল। এই ইতিহাস ৰচনাৰ ক্ষেত্ৰত অসমৰ বুদ্ধিজীৱি সমাজৰ বৰঙণি অতি সামান্য। ইংলণ্ড বা পশ্চিমৰ আন দেশৰ কথা বাদেই দিলো। আমাৰ ওচৰৰ বংগদেশৰ অভিনয় ধাৰাৰ সুন্দৰ ইতিহাস ৰচিত হৈছে। শিশিৰ ভাদুৰীৰ অভিনয় প্ৰতিভা, তেখেতৰ নিজস্ব অভিনয়ৰ ধাৰা আৰু সেই ধাৰাৰ বিশেষত্বৰ বিষয়ে বহুখিনি বুদ্ধিদীপ্ত কিতাপ, প্ৰবন্ধ প্ৰকাশ হৈছে—যিবোৰ লিখাত ভাগ লৈছে ডঃ সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ দৰে মনীষিসকলে। এই সকল যোগ্য আৰু বিখ্যাত লোকে তেখেতসকলৰ লিখনীৰে তেখেতসকলৰ দেশৰ অভিনয় কলাক এক অপূৰ্ব মৰ্য্যদাৰে মহীয়ান কৰি তুলিছে, সেই মৰ্য্যদাৰ মহীমাময় পৰিবেশৰ



মাজত সৃষ্টি হৈছে নৱ নৱ প্ৰতিভাৰ। এই নৱ প্ৰতিভাৰ নৱ নৱ সেৱাৰ মাজেদি বংগৰ অভিনয় ধাৰাই বিশ্বৰ দৰবাৰত নিজস্ব আসন প্ৰতিষ্ঠা কৰি লৈছে। এই প্ৰতিষ্ঠাত আটাইতকৈ বৰণীয় অৰিহণা যোগাইছে সেই দেশৰ বুদ্ধিজীৱিসকলে। অসমৰ অভিনয় কলাক, অসমৰ অভিনেতাক প্ৰতিষ্ঠিত কৰাত আমাৰ বুদ্ধিজীৱি সমাজৰ অৰিহণা কিমান ?

ইমানবোৰ অসুবিধা আৰু বিমুখতাৰ মাজতো পেটত গাঠি দি হলেও এচাম শিল্পীয়ে সৃষ্টিৰ আনন্দ আৰু দেশৰ সংস্কৃতিক সেৱা কৰাৰ অদম্য উৎসাহৰ প্ৰেৰণাত তেখেতসকলৰ জীৱনৰ প্ৰতিটি ক্ষণ অকাতৰে ব্যয় কৰি আহিছে অভিনয় কলাৰ মাধ্যমেৰে অসমৰ সংস্কৃতিৰ সেৱাত। এই সকলৰ ভিতৰত নীৰৱ সেৱাৰ মাজেদি অসমৰ অভিনয় কলাৰ গতিটি অকল প্ৰবাহিত হৈয়েই থকা নাই, ই এটা সুস্থ-বলিষ্ঠ আৰু জাগ্ৰত ৰূপ লৈছে। অভিনয়ৰ লগত সক্ৰিয়ভাৱে জড়িত হৈ থাকি মোৰ যি সামান্য অভিজ্ঞতা লাভ হৈছে তাৰ ওপৰত নিৰ্ভৰ কৰি নিঃসন্দেহে কব পাৰো যে অসমত এনে কেইবাজনো অভিনেতাই জন্ম গ্ৰহণ কৰিছে যাৰ অভিনয় প্ৰতিভাৰ মানদণ্ড ভাৰতৰ যি কোনো প্ৰথম শ্ৰেণীৰ অভিনেতাৰ অভিনয়ৰ মানদণ্ডৰ সম-পৰ্য্যায়ৰ। শিক্ষাৰ সুযোগ, প্ৰকাশৰ থল আৰু আহিলা, দক্ষ পৰিচালনা লাভ কৰাৰ সৌভাগ্য আৰু দৰ্শকৰ সহৃদয়তা পালে বাহিৰৰ লগত সমানে ফেৰ মাৰিব পৰাৰ ক্ষমতা, শক্তি আৰু প্ৰতিভা অসমৰ অভিনেতাৰ আছে।

যি কেইটা প্ৰতিভাই অসমৰ অভিনয় কলাক আজিৰ মহিমাময় ৰূপত প্ৰতিষ্ঠিত কৰাৰ সাধনাত ব্ৰতী হৈ আজীৱন সেৱা কৰি আহিল সেই প্ৰধান কেইজনৰ ভিতৰত এজন হ'ল বন্ধুবৰ 'চন্দ্র ফুকন দেৱ।

চন্দ্র ফুকনৰ অভিনয় প্ৰতিভা, তেখেতৰ প্ৰকাশভংগীৰ বৈশিষ্ট্য, তেখেতৰ অভিনয়ৰ ধাৰাৰ বিষয়ে মোৰ পক্ষে কিবা লিখা সম্ভৱ নহয়। কাৰণ তেখেতৰ লগত অভিনয় কৰা বা তেখেতৰ অভিনয় চোৱাৰ সৌভাগ্য মোৰ হোৱা নাছিল। তথাপি আমি দুয়ো একে পথৰ পথিক হিচাপে আমাৰ মাজত গঢ় উঠিছিল প্ৰগাঢ় বন্ধুত্ব আৰু পৰস্পৰৰ প্ৰতি অকৃত্ৰিম শ্ৰদ্ধা।

তেখেতৰ প্ৰতিভাৰ সঠিক মূল্যাংকন কৰিবলৈকো আগতে কৈ অহাৰ দৰে তেখেতৰ অভিনয়ৰ ধাৰাবাহিক আলোচনা বা সমালোচনাৰ অভাৱ। আৰু তেখেতৰ

এই সঠিক মূল্যাংকন কৰিব নোৱাৰাটো অসমৰ নাট্য কলা জগতৰ তথা অসমৰ প্ৰতিভাৰ কাৰণে আটাইতকৈ দূৰ্ভাগ্যজনক কথা।

চন্দ্ৰ ফূকন নামটো মনলৈ অহাৰ লগে লগে মানস পটত ভাঁহি উঠে এজন সুদৰ্শন, সৌম্য, সুঠাম, কাব্যময় সুন্দৰ এহালী চকুৰে ভাবুক প্ৰকৃতিৰ এজন পুৰুষৰ এখনি মৰম লগা ছবি। এজন অভিনেতাৰ কাৰণে প্ৰয়োজনীয় কায়িক সম্পদখিনি ঈশ্বৰে তেখেতক দিছিল আৰু দিছিল—অভিনয়ৰ বোল লগা এটি মন। এটা কথা আমি সদায় মনত ৰাখিব লাগে যে মনত অভিনয় সৃষ্টি নহলে এজন অভিনেতা হোৱাটো সম্ভৱ নহয়। প্ৰাণময় সুষ্ঠ আৰু সুন্দৰৰ অভিনয় তেতিয়াহে সম্ভৱ হয় যেতিয়া অভিনীত চৰিত্ৰৰ গতি প্ৰকাশৰ নানা ঢং, বৈশিষ্ট, প্ৰতিমুহূৰ্তৰ সংঘাতবোৰৰ বিভিন্ন বং ঢং আৰু প্ৰকাশভংগীবোৰে মনৰ দাপোনত উজ্বল হৈ উঠি অভিনেতাৰ চিত্তৰ জগতে এক হৈ যায়। সেই কাৰণে কোৱা হয় "অভিনেতা জন্মে—অভিনেতা তৈয়াৰ নহয়।"

চন্দ্ৰ ফূকন আছিল জন্ম অভিনেতা। "বিপ্লৱী" কথাছবিখনত তেখেতে ৰূপ দিয়া চৰিত্ৰটিৰ মাজেৰে তেখেতৰ অভিনয় প্ৰতিভাৰ এটি ৰূপ মই দেখা পাওঁ। তেখেতৰ কণ্ঠস্বৰ কোমল, সুৰত বন্ধা অথচ Sharp কণ্ঠস্বৰক বিভিন্ন Depth ত ভাঙি ভাব আৰু অৱস্থাৰ লগত খাপ খুৱাব পৰা যিটো অতি কঠিন কাম আৰু যিটোৰ বেছিখিনি অভিনেতাৰেই অভাৱ, সেই কণ্ঠস্বৰক আয়ত্ব কৰাত তেখেত দক্ষ আছিল। ফলত কণ্ঠস্বৰৰ এই খেলৰ মাজেদি তেখেতৰ সংলাপ যেনেকৈ ছন্দময়, সুৰময় হৈ উঠি দৰ্শকক এক কাব্যিক জগতলৈ লৈ যায় সেইদৰে কণ্ঠস্বৰ Depth ৰ বিভিন্ন স্তৰবোৰক সংলাপ আৰু সেই সংলাপৰ মাজেদি চৰিত্ৰই প্ৰকাশ কৰিব খোজা বিশেষ ভাববোৰক প্ৰকাশ কৰাত এনে দক্ষ ভাৱে প্ৰয়োগ কৰিব পাৰিছিল যে ফলত তেখেতৰ অভিনয় প্ৰাণময় হৈ উঠি দৰ্শকক আনন্দত আপ্লুত কৰিছিল। দৰ্শকক এই আনন্দ দান কৰিব পৰাতেই অভিনেতাৰ কৃতকাৰ্যতা আৰু ফূকনে এই কৃতকাৰ্যতা লাভ কৰিছিল। ফূকনৰ আৰু এটা বিশেষত্ব আছিল তেখেতৰ Stepping । ইমান Measured, Calculated আৰু অৰ্থব্যঞ্জক Stepping অসমৰ মঞ্চত কাচিৎহে দেখিবলৈ পোৱা যায়। আনহাতে Stepping অৰ সময়, অৰ্থ, ঢং আৰু বিশেষত্ব যে আছে বা এটা খোজৰ ভংগীমাৰ মাজেদি চৰিত্ৰৰ বিশেষ এটা চাৰিত্ৰিক অৱস্থা প্ৰকাশ কৰিব পাৰি



সেই বিষয়ে বহুতেই হয়তো চিন্তাই নকৰে। ফূকন এই বিষয়ে সজাগ আছিল আৰু সাধনাৰে—ইয়াক আয়ত্ব কৰিছিল। বংগৰ ৰংগমঞ্চত দুৰ্গাদাসৰ Stepping আজিও সকলোৰে মনত থকা বস্তু হৈ আছে। অসমৰ ৰংগমঞ্চত ফূকন এই দিশত এগৰাকী অতীব দক্ষ অভিনেতা।

ফূকনৰ আৰু এটা গুণ বা বিশেষত্ব হ'ল তেখেত সৃষ্টিশীল প্ৰগতিবাদী আছিল—এই অভিনয়ৰ ক্ষেত্ৰত। বহুত সময়ত এই অভিনয়ৰ ধাৰা, প্ৰকাশভংগীৰ নানা বিষয়বোৰৰ বিষয়ে তেখেতৰে মোৰে আলোচনা হৈছিল। অভিনয়ৰ ক্ষেত্ৰত আমি যি পৰম্পৰা লাভ কৰি আহিছো তাৰে পুনৰাবৃত্তিৰ ক্ষেত্ৰত মতানৈক্য ঘটিছিল। তাৰ পিছত এসময়ত মোক তেখেতে কৈছিল "গোসাঁই Harcld Downsএ edit কৰা Theatre and Stage কিতাপখন পঢ়াৰ পাছত অভিনয়ৰ বিষয়ে মোৰ ধাৰণাবোৰৰ আমূল পৰিবৰ্তন ঘটিল।" যি কোনো বিষয়বে প্ৰগতিৰ ক্ষেত্ৰত পৰিবৰ্তন অৱশ্যম্ভাৱী। এই পৰিবৰ্তন গ্ৰহণ কৰিব পৰাটো জীৱনৰ চিন, আগবাঢ়ি যোৱাৰ উপায়। ফূকনৰ সজীৱ মন এটা আছিল কাৰণেই নতুনক আকোৱালি লব পাৰিছিল আৰু এই পৰাৰ মাজেদিয়েই তেখেতৰ ন ন প্ৰকাশ হোৱাটো সম্ভৱ হৈছিল। ফূকনৰ প্ৰতিভাৰ এই এটা বিশেষ দিশৰ কাৰণেই চন্দ্ৰ ফূকন হ'ল শিল্পী চন্দ্ৰ ফূকন।

চন্দ্ৰ ফূকনৰ কাৰণে অভিনয় চখৰ বস্তুও আছিল, জীৱন ধাৰণৰ সমল গোটোৱাৰ আলমো নাছিল। তেখেতৰ কাৰণে অভিনয় আছিল অন্তৰৰ পবিত্ৰতা, আনন্দ, তেখেতৰ সৃষ্টিৰ প্ৰেৰণাৰ প্ৰকাশৰ থল। অভিনয় তেখেতৰ দ্বিতীয় জীৱন। সেই কাৰণেই আছিল ইয়াৰ প্ৰতি অসীম শ্ৰদ্ধা আৰু মৰম। এই শ্ৰদ্ধা আৰু মৰমে তেখেতৰ দৃষ্টিভংগী বহল কৰিছিল আৰু অন্তৰ উদাৰ কৰিছিল। সেই কাৰণেই আনৰ সুন্দৰ সৃষ্টিত তেখেতে লাভ কৰিছিল বিমল আনন্দ। মুক্তকণ্ঠে স্বীকাৰ কৰিছিল আনৰ প্ৰতিভাক।

মনত পৰিছে নগাৱঁত আমি মহাৰাজ নন্দ কুমাৰ মঞ্চস্থ কৰাৰ কথা। ছিৰাজ কথাছবি প্ৰকাশ হোৱাৰ পাছত ফণী শৰ্মা আৰু মই তেজপুৰতে এটি দল তৈয়াৰ কৰিছিলো অভিনয় কৰাৰ কাৰণে। তাৰে এখন নাটক নগাৱঁত কৰিবলৈ গলো 'মহাৰাজ নন্দ কুমাৰ', একে নিশাই দুটা শ্ব'। বোধহয় নগাৱঁৰ আমোলাপট্টিৰ নাট্যমঞ্চত সেইখনেই প্ৰথম সহ অভিনয়। দৰ্শকৰ সমাগম বৰ নহল আমাৰ প্ৰচাৰৰ

দুৰ্বলতাত। ফুকনে দুটা শ'ত নিজে উপস্থিত থাকি সকলো প্ৰকাৰ সহায় কৰি দি অভিনয়ৰ শেহত বেজাৰ মনেৰে কৈছিল— "ইমান সুন্দৰ অভিনয় হ'ব বুলি মই ভবা নাছিলো। আগতে ভবা হ'লে প্ৰচাৰ কাৰ্য্যত আমিও জোৰ দিব পাৰিলো-হেঁতেন। এনে সুন্দৰ অভিনয়ত দৰ্শক কম হোৱাত বেজাৰ পাইছো। নগাঁৱত এটি সুন্দৰ আধুনিক মঞ্চ গঢ়ি তোলাটো আছিল তেখেতৰ সপোন—তেখেতৰ ধ্যান ধাৰণা। এই ৰংগমঞ্চৰ ক্ষেত্ৰৰ কাৰণে তেখেতৰ লগত মোৰ প্ৰথম আৰু শেষ এটি সংঘাত ঘটিছিল। চনটো পাহৰিলো। শিলঙত সংগীত নাটক একাডেমীৰ বৈঠক। বিষয় এটি Central Theatre ৺ফুকনৰ চেষ্টা এই Central Theatre নগাঁৱত হ'ব লাগে। তেখেতক জোৰ সমৰ্থন কৰিলে শ্ৰীপৰাগধৰ চলিহাদেৱে। মোৰ প্ৰস্তাৱ হ'ল Central Theatre গুৱাহাটীত হ'ব লাগে। প্ৰথম অৱস্থাত মোৰ শিক্ষা আৰু অভিনয় গুৰু ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱে মোলৈ অলপ আগবঢ়াইছিল। মোৰ দুৰ্ভাগ্য গুৱাহাটীৰ পৰা যোৱা প্ৰতিনিধি সকলৰ পৰা বৰ সবল সমৰ্থন লাভ কৰা নাছিলো। তেখেত সকলে নিৰ্বাক দৰ্শকৰ ভাও লোৱাটোৱেই উচিত বুলি ভাবিছিল নেকি নেজানো। প্ৰথম দিন অকলেই তৰ্ক-বিতৰ্ক কৰি কটালো। পিচদিনা ভোট গ্ৰহণৰ আগে আগে ৺বৰঠাকুৰদেৱে মোক মনে মনে ক'লে "হেৰা চন্দ্ৰ সেইটো নগাঁৱতেই হওঁক দিয়া। তুমি আৰু আপত্তি নকৰাই ভাল।" ভোট গ্ৰহণ হ'ল। ভোটত মোৰ প্ৰস্তাৱ নৰজিল। ৺ফুকনে তেখেতৰ সমস্ত শক্তি ব্যয় কৰিলে নগাঁৱৰ আমোলাপট্টিৰ পুৰণি নাট্যমঞ্চৰ মোট সলাই নতুন ৰূপত গঢ়ি তোলাত। এটা কথা জানি মোৰ নিজৰ বৰ ভাল লাগে যে ফুকনৰ এই চেষ্টাত নগাঁৱৰ সমূহ ৰাইজ আৰু এদল দক্ষ কৰ্মীয়ে ফুকনৰ কাৰ্য্যৰ প্ৰতি অকুণ্ঠ সহযোগ আৰু সহায় আগবঢ়ালে। এই সমবেত চেষ্টাৰ ফলত নগাঁৱত গঢ়ি উঠিছে এটি অকল সুন্দৰ ৰংগমঞ্চই নহয় অভিনয় কলাৰ এটি সুন্দৰ পীঠ। খুউব ভাল লাগিল সেইদিনা যি দিনা এই নৱ নিৰ্মিত মঞ্চত মই আৰু ৺ফণী শৰ্মাই আমাৰ দলবল লৈ ছিৰাজ নাটকৰ অভিনয় কৰিবলৈ যাওঁ। দুৰাতি পূৰ্ণ প্ৰেক্ষাগৃহ আগতলৈ অভিনয় কৰিলো। আমি গৈ পোৱাৰ লগে লগে ৺ফুকনৰ কিয়ে আনন্দ ! আমাক লগত লৈ মঞ্চৰ প্ৰতিটো কথা বুজাইছে; Master plan খন বুজাইছে। এটি শিশুসুলভ আনন্দ তেখেতৰ চকুৱে মুখে ফুটি উঠিছে। যেন এটি পৰম তৃপ্তিলাভ কৰিছে। এই মঞ্চৰ লগত তেখেতৰ অন্তৰৰ, মনৰ সংযোগ



নথকা হ'লে এই পৰম তৃপ্তি তেখেতৰ চকু-মুখত ফুটি নুঠিলহেঁতেন। অভিনেতা হিচাপে আমাৰ আনন্দ এটি সুন্দৰ মঞ্চ সৃষ্টি হোৱাত।

এজন লোকৰ মানুহ হিচাপে প্ৰকৃত পৰিচয় ফুটি উঠে মানুহজনৰ দৈনন্দিন জীৱনৰ বহু সৰু সৰু কথা আৰু কামৰ মাজেদি। ৺ফুকনৰ শিল্প, শিল্পী আৰু নগাঁৱৰ নাট্য মঞ্চলৈ থকা প্ৰগাঢ় আৰু ঐকান্তিক নিদৰ্শনৰ দুটি চানেকী দাঙি ধৰিলো তেখেতক বুজাত আৰু সহজ হ'ব বুলি ভাবি। মোৰ লগত হোৱা নানা পত্ৰালাপৰ ভিতৰত একেবাৰে শেহৰ চিঠি দুখনৰ—যি দুখন মই সযত্নে ৰক্ষা কৰিছো, মাজেদি প্ৰকাশ পাইছে তেখেতৰ মনৰ ক্ৰিয়া আৰু হাবিয়াস।

৺কুঠৰী

২৬ জুলাই, '৭১

প্ৰিয় গোস্বামী,

১৯ তাৰিখে নগাঁৱৰ পৰা আপোনালৈ লিখা চিঠিত ফণী শৰ্মাৰ সোঁৱৰণী উপলক্ষে আমাৰ তেজপুৰত উপস্থিত থকা কিমান সম্ভৱ হ'ব আগতীয়াকৈ জনাম বুলি উল্লেখ কৰিছিলো।

মই নগাঁৱৰ পৰা কুঠৰীলৈ আহিলো যদিও ড্ৰেমেটিক ক্লাবৰ সভ্য সকলৰ লগত যোগাযোগ কৰি আছো। নিজৰ স্বাস্থ্য আৰু অন্যান্য অসুবিধাৰ কাৰণ-বোৰৰ পৰা তেজপুৰত এই উপলক্ষে উপস্থিত হ'বৰ প্ৰবল ইচ্ছা থকা সত্বেও বোধ কৰো যোৱাটো সম্ভৱ নহ'ব।

জীৱনটোত একে সময়তে কেইবাখনো ৰণত যুঁজ কৰিবলৈ যাওঁতে সকলো ৰণতে পৰাজিত হৈছো। কিন্তু পৰাজয় নিশ্চিত বুলি জানিও জীৱন যুঁজখনত পিছ হুহকিব নোৱাৰি ৰণ কৰিয়েই আছো।

বিষ্ণুৰাভা আৰু ফণী শৰ্মাৰ স্মৃতি ৰক্ষাৰ কাৰণে আপোনালোকে আয়োজন কৰা অনুষ্ঠানত যোগ দিব নোৱাৰা কাৰণ সমৰ্থন, সহানুভূতি আৰু সহৃদয়তাৰ অভাৱ বুলি যেন নেভাবে।

উদ্যোক্তা সকললৈ, প্ৰবীণ-নবীন যিসকলে এই স্মৃতি ৰক্ষাৰ কাৰণে চেষ্টা কৰিছে তেখেত সকললৈ আৰু ব্যক্তিগত ভাৱে আপোনালৈ আমাৰ ক্লাবৰ সভ্যসকলৰ সলাম আৰু মোৰ সলাম আন্তৰিক প্ৰীতি সম্ভাষণ আগবঢ়ালো।

উপস্থিত হ'ব নোৱাৰাৰ বাবে সকলোৰে ওচৰত ক্ষমা বিচাৰিছো।

আমাৰ নগাওঁ ড্ৰেমেটিক ক্লাবে অলপ পলমকৈ হলেও ফণী শৰ্মাৰ স্মৃতি ৰক্ষাৰ্থে এটি অনুষ্ঠানৰ আয়োজন কৰিব। সেই আয়োজনৰ বহু সৌষ্ঠৱ হানি হ'ব যদি তেজপুৰৰ পৰা আপোনাসকল নাহে; যথা সময়ত আমি আপোনালোকক জনাম।

স্বৰ্গীয় মোৰ সেই শিল্পী বন্ধু দুজনৰ আত্মাৰ চিৰশান্তিৰ কাৰণে ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা কৰি আৰু আপোনাসকললৈ মোৰ স্নেহ প্ৰীতি পুনৰ জনাই চিঠিখন সামৰিলো—কিন্তু আশা কৰিলো আপোনালোকৰ অনুষ্ঠান সুসম্পন্ন হ'ব। ইতি আপোনাৰ

চন্দ্ৰ ফুকন

মোলৈ লিখা শেষ চিঠিখন লিখে ৫ আগষ্টত আৰু মই পাওঁ ৯ আগষ্টৰ আবেলি ৪-৩০ মিনিটত :—

কুঠৰী,

৫ আগষ্ট, '৭১

প্ৰিয় গোস্বামী,

কুঠৰীৰ পৰা ইয়াৰ আগতে দিয়া চিঠিখন সোঁৱৰণী উৎসৱৰ আগে আগে বোধ হয় পাইছে। ২ তাৰিখে তেজপুৰৰ পৰা ফিৰি আহোতে আব্দুল মালিক চাহাব ইয়াত সোমাইছিল আৰু তেখেতৰ মুখৰ পৰাই উৎসৱৰ এটি চমু বিৱৰণী পাইছো।

আমি নগাৱঁৰ পৰা কোনো যাব নোৱাৰাত মনতে বৰ বেয়া পাইছো।...... যি হওক আপোনাসকলে যি কাম হাতত লৈছে আৰু যি সিদ্ধান্ত লৈছে সেই কাম আঁচনি অনুযায়ী ধৈৰ্য্যৰে সৈতে কৰি যোৱাটো অতি বাঞ্ছনীয়।

আমাৰ মনৰ উচ্ছাসবোৰ নাইকিয়া হলেও সংকল্পবোৰ বৈ যাব লাগে আৰু সেইমতে আমি কাম কৰিবলৈ সক্ষম হব লাগে। আমাৰ অসমীয়া মানুহৰ বহু-গুণেই থাকিব পাৰে; কিন্তু আমি গুণগ্ৰাহী জাতি হিচাপে পৰিগণিত হ'ব পৰা নাই।

সদৌ অসমৰ শিল্পী সমাজে আৰু বিশেষকৈ তেজপুৰ শিল্পী সমাজে ৰাভা আৰু ফণী শৰ্মাৰ যোগ্যভাৱে সোঁৱৰণী ৰাখিব নোৱাৰাটো পৰিতাপৰ বিষয় হ'ব। তেজপুৰ বহু শিল্পীৰ জন্মস্থান। তেওঁলোকক মোৰ গভীৰ প্ৰীতি জনাই কব যে তেওঁলোক মহান শিল্পী হব নোৱাৰিলেও শিল্পী সমাজৰ অন্ততঃ একোজন বন্ধুৱা যেন হয়। অসমীয়া জাতি কোনো দিনেই কথা চহকী নাছিল। গতিকে আমি সকলোৱেই আমাৰ গুণাৱলীৰ অলায়ক Publicity manager।



০ ০ ০ ০

ফণী শৰ্মাৰ সোঁৱৰণী সম্বন্ধে মইও নগাৱঁত আগুৱাব পৰা নাই। আগষ্টৰ পিছৰ পৰাহে লাগিম বুলি ভাবিছো। নগাওঁ নাট্য মন্দিৰটো নিৰ্মাণৰ কামত বন্ধু-বান্ধৱ সকলোকে গোটাই লৈ সংক্ষিপ্ত ভাৱে হলেও পুনৰ আৰম্ভ কৰিছো।

আশাকৰো আপোনাৰ আৰু শ্ৰীমতী গোস্বামী প্ৰমুখ্য কৰি সকলোৰে মংগল। আমাৰ প্ৰীতি ল'ব। ইতি— আপোনাৰ

চন্দ্ৰ ফুকন

যিজনে জীৱন যুঁজত নিশ্চিত পৰাজয়ৰ কথা জানিও বীৰৰ দৰে আজীৱন যুঁজ কৰি গ'ল,—পৰাজয়ৰ মাজতো যিজনাৰ সৃষ্টি মাধুৰ্য্যময় হৈ উঠিল, যিজনে বলিষ্ঠ, নিৰ্ভীক, অপৰাজেয় মনোবলেৰে অভিনয় কলাৰ সাধনা কৰি গ'ল, সকলো দুৰ্যোগৰ মাজেদিও যিজনৰ জীৱন পৰাজয়ৰ মাজতো দীপ্ত সুবৰ্ণৰ দৰে উদ্ভাসিত হৈ উঠিল সেই বন্ধুবৰ চন্দ্ৰ ফুকন দেৱলৈ তেখেতে এৰি থৈ যোৱা এজন সহযাত্ৰীৰ অন্তৰৰ পৰম শ্ৰদ্ধা আৰু ভালপোৱা নিবেদন কৰিলো তেখেতৰ পবিত্ৰ স্মৃতিৰ উদ্দেশ্যে, যি স্মৃতিয়ে তাপ দিব নতুন সৃষ্টিৰ কাৰণে।

---

# চন্দ্ৰ ফুকনঃ এটি সোঁৱৰণী

—হেম বৰুৱা

চন্দ্ৰ ফুকনদেৱৰ তিৰোধানত কেৱল আমাৰ সাহিত্য শিল্পজগতৰ ওপৰতে গভীৰ শোকৰ ছাঁ পৰা নাই, ব্যক্তিগত ভাৱে বহুতো বন্ধুৰ দৰে মোৰ অন্তৰত গভীৰ শোকৰ ছাঁ পৰিছে। এই মানুহজনে কেইদিনমান পিচতে আমাৰ গুৱাহাটীৰ ঘৰলৈ আহিম বুলি যুগল দাসৰ সৈতে আহোঁতে কৈ গৈছিল। সেইদৰে আমিও সেই দিনটোৰ কাৰণে বৰ আগ্ৰহেৰে বাট চাই আছিলো। দুখৰ বিষয় তাৰ কেইদিনমান আগতে তেখেতৰ তিৰোধানৰ বাৰ্তাৰ কঢ়িয়াই অনা সম্বাদটো পালো। সম্বাদ পাই আমি মৰ্মাহত হলো।

ফুকনদেৱক আমি কিয় অন্তৰেৰে এনেদৰে ভাল পাইছিলো ? মানুহজনৰ কথা কোৱাৰ ধৰণ আৰু অসমীয়া, বঙালী, ইংৰাজী ইত্যাদি ভাষাৰ কবিতাৰ পৰা উদ্ধৃতি দিয়াৰ ক্ষমতা অপৰিসীম আছিল। মানুহজনৰ সৈতে এদিন বিবাহিতা মহিলা এগৰাকীৰ ঘৰলৈ যোৱা কথা মনত আছে। তাত গৈ মানুহজনে বঙালী কবিতা এফাকি উদ্ধৃত কৰিছিল। সেই কবিতা ফাকি আজিও মোৰ মনত আছে। আকাশত অলপ অলপ জোনাক। মন মতলীয়া কৰা ফুলৰ সুবাস আৰু কবিতা—এই তিনিওটা বস্তুৰ সম্মোহনে মোক মতলীয়া কৰি তুলিছিল। বাটত আহোতে ফুকনদেৱৰ পৰা সুধি মহিলা গৰাকীৰ আতি-গুৰি জানিছিলো।

মানুহজনৰ পৰা বহুতো উপদেশ পাইছো। সেইবোৰ কামত লগাই উপকৃত হৈছো। দিল্লী সদনলৈ নিৰ্বাচিত হোৱাৰ পূৰ্বে মানুহজনে কোৱা এষাৰ কথা আজিও মোৰ মনত ধ্ৰুৱতৰা হৈ আছে। ফুকন দেৱে কৈছিল— "আক্ৰমণৰ বিষয়-বস্তু স্বৰূপে প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুক ল'ব। তেতিয়া দেখিব আপোনাৰ মানসিক পৰিপুষ্টিও সাধন হৈছে, লগতে প্ৰচাৰো অপৰ্য্যাপ্ত পৰিমাণে হৈছে।' এইষাৰ কথা যে কিমান সঁচা, তাক মই জীৱনত প্ৰমাণ পাইছো। মোৰ বহুমূত্ৰ ৰোগ হৈ তেনেই জৰলা-কলা হৈছো। এই ৰোগৰ চিকিৎসাৰ বিষয়ে আজি ভালেমান



বছৰৰ পূৰ্বে 'ষ্টেটছমেন' কাগজত প্ৰবন্ধ এটা ওলাইছিল। সেই প্ৰবন্ধটো কাটি ফুকনদেৱে মোলৈ দিল্লীলৈকে পঠাই দিছিল। প্ৰবন্ধটো আজিও মোৰ সাচতীয়া ধন হৈ আছে। বস্তুটো উলিয়াই চালেই ফুকনদেৱলৈ মোৰ মনত পৰি চকুৰ পানীৰে বাট নেদেখা হওঁ। এনেকৈ ফুকনদেৱৰ পৰা বহুতো সহায় পাইছিলো। মোৰ মনত আছে এবাৰ নিৰ্বাচনৰ সময়ত ধনৰ নাটনি হোৱা হেতুকে ফুকনদেৱে তেনেকৈ ধন সংগ্ৰহ কৰি দি মোক সহায় কৰিছিল। এইটো কাম ফুকনদেৱে মোৰ কাৰণে প্ৰায়বোৰ নিৰ্বাচনতে কৰিছিল। এইবোৰ কথা আজি মনত পৰিলে চকুজোৰ স্বাভাৱিকতে সেমেকি আহে।

ইয়াৰ উপৰিও বহুতো কথাত ফুকনদেৱৰ পৰা নানা সহায় পাইছো। এবাৰ মই বেংগুন চহৰত conflict of mind in modern India বোলা এটা ভাষণ দিব লগা হ'ল। প্ৰাচীন সংঘাতৰ বিষয়ে হুমায়ুন কবীৰৰ Our Heritage বোলা কিতাপখন পঢ়ি বহুতো কথা জানিলো যদিও আধুনিক সংঘাতৰ বিষয়ে একো জনা নাছিলো। মোৰ মনত আছে, ফুকনদেৱে কেনেকৈ আধুনিক ভাৰতত পাছিমীয়া সংঘাত হৈছে, সেই বিষয়ে বিতংকৈ কৈ দিয়াত এইষাৰ কথা ব্যৱহাৰ কৰি বেংগুন চহৰত যেতিয়া বক্তৃতা দিওঁ—মোৰ বক্তৃতা সৰ্বশ্ৰেষ্ঠ হৈছিল বুলি সকলোৱে কৈছিল। এই বক্তৃতাৰ গুৰিতে যে ফুকনদেৱৰ অসাধাৰণ প্ৰতিভা লুকাই আছে, সেইষাৰ কথা সম্ভৱতঃ কোনেও জনা নাছিল।

ফুকনদেৱক পিয়লি ফুকনৰ ভাৱত পোনতে দেখিছো। সেই ভাওটো আজিও মোৰ মনত আছে। ফুকনদেৱলৈ মনত পৰাৰ লগে লগে পিয়লি ফুকনলৈ মনত পৰে। নগাঁও নাট্যমন্দিৰে এইখন অসাধাৰণ নাটক সৃষ্টি কৰিছিল। এসময়ত পিয়লি ফুকনে কেনেকৈ মানুহৰ মন জয় কৰিছিল সেইষাৰ কথা সকলোৱে জানে। মঞ্চৰ শ্ৰেষ্ঠতা প্ৰমাণ কৰিবলৈ গৈ ফুকনদেৱে কোৱা কথা এষাৰ মোৰ আজিও মনত আছে। মোৰ কোনোবা এখন কিতাপত এইষাৰ কথা ব্যৱহাৰ কৰিছো। ফুকনদেৱে কৈছিল— "অনাতাঁৰত মানুহৰ মাতটো শুনি, তেজমঙহৰ গাটো নেদেখি, বোল-ছবিত মানুহৰ মাতো শুনি আৰু ছাঁটো দেখি, তেজ-মঙহৰ গাটো অৱশ্যে নেদেখি। মঞ্চত মাতো শুনে, ছাঁটোও দেখে আৰু তেজ-মঙহৰ গাটোও দেখে। গতিকে মঞ্চ-শিল্পই সকলো কলা-মাধ্যমতকৈ শ্ৰেষ্ঠ।" এনেকৈ নিজৰ বিচাৰ বুদ্ধি প্ৰয়োগ কৰি মৌলিকভাৱে কথা কোৱা মানুহজন আজি আমাৰ পৰা আঁতৰি গৈছে। তেজ-মঙহৰ মানুহজন আঁতৰি গৈছে যদিও আমাৰ মনৰ পৰা মানুহজনৰ অশৰীৰি আত্মা আঁতৰি যোৱাটো সম্ভৱপৰ নহয়। ই সদায়ে কেৱল অসমৰ কলাজগতকে নহয়, সমূহ কলাজীৱীকে চিৰকাল উদগণি যোগাব। ফুকনদেৱ সমগ্ৰ অসমৰ উজ্জ্বল তৰা।

———

# জীৱনশিল্পী চন্দ্ৰ ফুকন

শ্ৰীজীবেশ্বৰ গোস্বামী

অসমৰ মঞ্চজগতত যিসকল ব্যক্তিয়ে নতুন দিগন্তৰ সূচনা কৰিছিল সেই সকলৰ ভিতৰত চন্দ্ৰ ফুকন আগশাৰীৰ। আশাশুধীয়া পৰিশ্ৰম কৰি অসমৰ নাট্য আন্দোলন এওঁ চহকী কৰি গৈছে। আজীৱন কলা-সংস্কৃতিৰ সেৱা তেওঁ বাৰে বৰণীয়া বৰণেৰে অসমৰ মঞ্চজগত চিত্ৰিত-বিচিত্ৰিত কৰি গৈছে। তেওঁ আছিল হাড়ে-হিমজুৱে অসমীয়া শিল্পী, কবি, নাট্যকাৰ আৰু অভিনেতা। নিভাঁজ কৰ্ম-প্ৰেৰণা, সূক্ষ্ম অন্তৰ্দৃষ্টি আৰু গভীৰ ৰসবোধ চন্দ্ৰ ফুকনৰ মহান ব্যক্তিত্বৰ মহৎ নিদৰ্শন।

চন্দ্ৰ ফুকনক মই ছাত্ৰ অৱস্থাৰ পৰাই চিনি পাইছিলো। বয়সত মোতকৈ তেওঁ আছিল সৰু, সেইবাবে মই তেওঁক সহোদৰৰ দৰে চেনেহ কৰিছিলো। নগাঁওৰ চৰকাৰী বিদ্যালয়ৰ ছাত্ৰ থকাৰ সময়ৰে পৰা চন্দ্ৰ ফুকনৰ অভিনয়ৰ প্ৰতি প্ৰৱল ধাউতি আছিল। 'মেঘনাদ বধ', কৰ্ণাৰ্জুন', 'শ্ৰীৰামচন্দ্ৰ', প্ৰভৃতি নাটকত বিভিন্ন ভাও লৈ চন্দ্ৰ ফুকনে দৰ্শকক পৰম তৃপ্তি দান কৰিছিল। কলেজীয়া ছাত্ৰ হিচাপে তেওঁ আছিল সকলোৰে প্ৰিয়। সকলো অনুষ্ঠানতে আগভাগ লৈ তেওঁ দক্ষতা অৰ্জন কৰিছিল। পঢ়া-শুনাত তেওঁ আছিল মেধাবী ছাত্ৰ। সদায় সুখ্যাতিৰে পৰীক্ষাত উত্তীৰ্ণ হৈ সমাদৰ লাভ কৰিছিল। সৰু কালতে ইংৰাজী কাব্য তেওঁ আবৃত্তি কৰি বিভিন্ন অনুষ্ঠানত বঁটা লাভ কৰিছিল। চন্দ্ৰ ফুকনৰ হাঁহি ভৰা মুখ, সুঠাম স্বাস্থ্য, সুললিত কণ্ঠস্বৰ, সাংগীতিক ভাৱ-ভংগী দৰ্শকৰ বাবে আকৰ্ষণৰ বস্তু আছিল।

মোৰ কলেজীয়া অৱস্থাত তেজপুৰৰ বাণ-ৰংগমঞ্চত, গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰত আৰু চাকৰি কৰা অৱস্থাত শিৱলঙত অসম ক্লাবত মই অভিনয় কৰিছিলো। এই অভিনয়ৰ কোনো কোনোখন চন্দ্ৰ ফুকনে চাইছিল আৰু



মোক নানান কথা কৈ উৎসাহিত কৰিছিল। অভিনয় সম্পৰ্কে তেওঁৰ যি ধাৰণা সি আছিল আমাৰ বাবে ভাবিব নোৱাৰা কথা। আজি আমি আধুনিক নাটকৰ কথা কৈছো; নতুন টেক্‌নিকৰ বাট মুকলি কৰিছো। চন্দ্ৰ ফুকনে কাহানিবাই, সেই কালতে এইবোৰ নতুন কলা-কৌশলৰ কথা চিন্তা কৰিছিল আৰু আমাক কৈছিল। চন্দ্ৰ ফুকনৰ এই চিন্তাধাৰা বাস্তৱত দেখা পালো ১৯৪৭-৪৮ চনত নগাঁও নাট্য সমাজৰ মঞ্চ সফল নাটক "পিয়লি ফুকন"ৰ অভিনয়ৰ ভিতৰেদি। এটা বুৰঞ্জীমূলক অখ্যাত ঘটনাৰ আলম লৈ যি নাটক সৃষ্টি হ'ল—তাত সমগ্ৰ অসমৰ মঞ্চজগত আগবাঢ়ি গ'ল বহুত আগলৈ। কাহিনীৰ মৰ্মস্পৰ্শী আৰু বৈচিত্ৰময় কৰি তোলাত চন্দ্ৰ ফুকনে দেহেকেহে খাটিছিল। নাটকৰ মূল বিষয় বস্তু অসমৰ লুপ্ত স্বাধীনতা পুনৰ উদ্ধাৰ কৰিবলৈ ঘিনাই বৰফুকনৰ চাকোলা পুতেক পিয়লি ফুকনৰ সৰ্বগ্ৰাসী প্ৰচেষ্টা, ইংৰাজৰ খাৰ ঘৰত জুই দিওঁতে ধৰা পৰি ফাঁচী কাঠত ওলোমা মৰ্মান্তিক ঘটনা। কৃতি নাট্যকাৰে নাটকৰ এই মূল বিষয় বস্তু উপস্থাপন কৰোঁতে দুটা-এটা উপকাহিনীৰ সংযোগ কৰিছে; অৰ্জুনগুৰিৰ মেলা পাতি অসমৰ বিভিন্ন থলুৱা নৃত্য গীতৰ প্ৰদৰ্শন কৰিবলৈ সুবিধা লৈছে আৰু ইংৰাজ মিচনেৰীৰ প্ৰচাৰ কাৰ্য্য সমালোচনা কৰিছে। এনে কৰোঁতে নাটকৰ কেন্দ্ৰীয় ধাৰা—অৰ্থাৎ স্বাধীনতা ঘুৰাই আনিবলৈ আয়োজন কৰা বিপ্লৱ বা কাৰ্য্যকলাপৰ ওপৰত অযথা প্ৰভাৱ বিস্তাৰ কৰিবলৈ দিয়া নাই। সুসংগত সংলাপে নাটকীয় ঘটনাক বাস্তৱমুখী কৰাত যথেষ্ট সহায় কৰিছে। পিয়লি ফুকনৰ ভাৱত চন্দ্ৰ ফুকন অৱতীৰ্ণ হৈ পৰম দক্ষতাৰে অভিনয় কৰি হাজাৰ হাজাৰ দৰ্শকৰ অন্তৰ জয় কৰিলে। তেওঁৰ এই অভিনয় মই চাইছিলো আৰু তেওঁৰ দীপ্তিমন্ত অভিনয় দেখি অভিভূত হৈ পৰিছিলো। তেওঁৰ সাগৰ শংখৰ দৰে কণ্ঠস্বৰ আভিজাত্যপূৰ্ণ পদ সঞ্চালন, শক্তিশালী নাটকীয় ভাৱাবেগ, বচন ভংগীমা আছিল প্ৰাণস্পৰ্শী আৰু বৈশিষ্ট্যপূৰ্ণ। এই স্বতন্ত্ৰ গুণৰাশীৰ বাবে পিয়লি ফুকনৰ স্বাধীন মনোভাৱ অভিনয়ৰ মাজেদি চন্দ্ৰ ফুকনে সহজে ফুটাই তুলিব পাৰিছিল।

ফাঁচীৰ কাঠ গড়ালত উঠি পিয়লি ফুকনে যি তেজোদীপ্ত বাণী শুনাইছিল এতিয়াও মোৰ কাণত হুবহু বাজি আছে। "—মোক স্বৰ্গ নেলাগে, মোক বৈকুণ্ঠ নেলাগে, মই সোণৰ সফুৰা দেৱৰো দুৰ্গম অসমলৈ আকৌ আহিম। আকৌ জনম ল'ম।" পিয়লিৰ চৰিত্ৰৰ লগত চন্দ্ৰ ফুকন ইমান গভীৰভাৱে লীন গৈছিল যে তেওঁৰ এই আবেগ ভৰা হৃদয়স্পৰ্শী কথাত শ শ দৰ্শকৰ চকুত পানীৰ ঢল

কৰিছিল...... ! সকলোৱে বিষাদ মনে প্ৰেক্ষাগৃহ ত্যাগ কৰি ঘৰমুৱা হৈছিল চকু পানী মচি মচি......। চন্দ্ৰ ফুকনৰ শিল্পী মনে বৈপ্লৱিক চিন্তাধাৰা অৱতাৰণা কৰিছিল অভিনয়ৰ মাধ্যমেদি। '৪২ চনৰ পটভূমিত ওলোৱা 'বিপ্লৱী" কথাছবিতো প্ৰধান ভূমিকাত ওলাই চন্দ্ৰ ফুকনে দেশপ্ৰেমৰ ঘটনা এটিক উপযুক্ত নাটকীয় ৰূপদান দিছিল আৰু সংগ্ৰামশীলতা দাঙি ধৰিছিল।

অভিনেতা চন্দ্ৰ ফুকনৰ আন এটা উল্লেখযোগ্য বৈশিষ্ঠ হ'ল—তেওঁৰ জাতীয়তাবোধ। এই জাতীয়তাবোধ আছিল প্ৰখৰ। অসমীয়া জাতিক তেওঁ মনে প্ৰাণে ভাল পাইছিল। আৰু ভাল পাইছিল অসমীয়া ভাষা সাহিত্যক। তেওঁ কবিতা লিখিছিল আগবয়সৰ পৰা। আৱাহন, মিলন আদিত তেওঁৰ কবিতা প্ৰকাশ পাইছিল। চন্দ্ৰ ফুকন আছিল এজন ভাল বক্তা। যিকোনো বিষয়ত তেওঁ যথাসম্ভৱ সহজ আৰু সৰল ভাষাত বক্তৃতা দিব পাৰিছিল। তেওঁৰ বসাল বক্তৃতাই সকলোকে [illegible] জোগাইছিল। তেওঁ সদায় স্বাধীনভাৱে তো চিন্তা কৰি কোনো কথাত অভিমত দিছিল। অসমৰ জনসাধাৰণৰ মনত জাতীয় চৈতন্য জগাই তুলিবলৈ তেওঁ অভিনয়ৰ আশ্ৰয় লৈছিল আৰু নিজৰ সংলাপ সেই ধৰণেৰে যুগুত কৰি লৈছিল। তেওঁ বুজিছিল যে নাটকৰ ভাষাত মাটিৰ গোন্ধ থাকিব লাগিব। নিজৰ মাতৃ-ভাষাক মহিয়ান কৰিবলৈ নাটকৰ ভাষা নিভাঁজ আৰু প্ৰাণৱন্ত হ'ব লাগিব।

নগাঁওৰ প্ৰখ্যাত শিল্পী 'জগৎ বেজবৰুৱাই চন্দ্ৰ ফুকনৰ স্বাধীনতাপ্ৰিয়তা আৰু কলা-কুশলতাত মুগ্ধ হৈ এবাৰ কৈছিল—'চন্দ্ৰ ফুকনৰ অন্তৰত দেশপ্ৰেমৰ অফুৰন্ত উদ্যম ঠাঁহ খাই আছে। তেওঁ অভিনয়ৰ যোগেদি সুবিধা পালেই জাতীয়তাবোধৰ বসাল কথা সংযোগ কৰি ভাল পায়। নাটকীয় ভাষাত যাতে অসমীয়া ভাষাৰ বিকৃত ৰূপ সংযোগ নহয় তাৰ বাবে তেওঁ সদায় সচেতন।" চন্দ্ৰ ফুকনে জাতীয় নাটশালাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰি এদিন মোক কৈছিল,— "জাতীয় নাটশালা হলে অসমৰ ঐতিহ্য, কলা-কৃষ্টি প্ৰদৰ্শনৰ বহুল কৰ্মক্ষেত্ৰ এখন পোৱা যাব। ইয়াৰ যোগেদি অভিনয়ৰ গৱেষণা চলাবলৈ সুবিধা ওলাব, অসমৰ নাট্য আন্দোলনে গা টঙাব পাৰিব। অসমীয়া শিল্পীৰ অৱস্থা পানীত হাঁহ নচৰা। এসাজ খালে আন সাজৰ কথা ভাবিব লাগে। শিল্পী হৈ জন্ম লব পাৰিলেও অসমত শিল্পী হৈ জীৱন যাপন কৰা দুৰূহ। জাতীয় নাটশালা হ'লে হয়তো আমাৰ শিল্পীসকলে জীৱন নিৰ্বাহত কিছু হলেও সহায় আশা কৰিব পাৰে।" চন্দ্ৰ ফুকনৰ এই আশা আজিলৈকে পূৰণ নহল। কেতিয়া জাতীয় নাটশালা অসমত স্থাপন হ'ব তাক সঠিককৈ কোৱা টান।



শংকৰী কলা-কৃষ্টিৰ প্ৰতি তেওঁৰ অনুৰাগ কম নাছিল। আমি প্ৰতিষ্ঠা কৰা—প্ৰাচীন কামৰূপী নৃত্য সংঘই এসময়ত অসমৰ কলামোদী সমাজৰ যথেষ্ট সমাদৰ লাভ কৰিছিল। অসমৰ বিভিন্ন অঞ্চলত আৰু অসমৰ বাহিৰতো এই নৃত্য সংঘই বিভিন্ন নৃত্যগীত প্ৰদৰ্শন কৰি অসমৰ খ্যাতি অৰ্জন কৰিছিল। নৃত্য সংঘৰ এজন শুভাকাংক্ষী স্বৰূপে চন্দ্ৰ ফুকনে আমাক অনেক উৎসাহিত কৰিছিল। অসমীয়া নৃত্য-গীতৰ প্ৰতি থকা তেওঁৰ আন্তৰিক চেনেহ আৰু সহায়কামী মনোভাৱ মই সদায় লক্ষ্য কৰিছিলো।

সামাজিক কামত, সংস্কাৰমূলক অভিযানত চন্দ্ৰ ফুকন আছিল অগ্ৰগামী। তেওঁৰ নিভাঁজ কৰ্ম প্ৰেৰণাৰ উজ্বল দৃষ্টান্ত কুঠৰী গাৱঁত স্থাপন কৰা তেওঁৰ বিখ্যাত মাটিকঠালৰ পাম "গ্ৰীণ ভিউ"। হাবিতলীয়া অঞ্চলত অশেষ কষ্টেৰে বাস কৰি তেওঁ তাৰ পিচ পৰা জনসাধাৰণৰ উন্নতিৰ হকে দেহে-কেহে খাটিছিল। অনুন্নত সম্প্ৰদায়ৰ মানুহৰ শিক্ষাৰ বাবে বিদ্যালয় পাতিছিল, ভাল চিকিৎসা পাতিৰ ব্যৱস্থা কৰিছিল। কুঠৰী গাওঁখনক তেওঁ এখন আদৰ্শ অঞ্চললৈ ৰূপান্তৰিত কৰিবলৈ মৃত্যুৰ আগমুহূৰ্তলৈকে চেষ্টাৰ ত্ৰুটি কৰা নাছিল। অসম চৰকাৰে বৰ্তমান তাৰ কি ব্যৱস্থা কৰিছে—নাজানো।

———

# এটুপি চকুলো

**—ডঃ সৰ্ব্বেশ্বৰ ৰাজগুৰু**

মানুহৰ গাত দোষ আৰু গুণ দুয়োটাই থাকে। কাৰণ দোষে-গুণেই মানুহ "To err is human" । কিন্তু দুৰ্ভাগ্যবশতঃ এই দোষ-গুণ বিচাৰ কৰাৰ মানদণ্ড সকলো মানুহৰ একে নহয়। মহাপুৰুষ মাধৱদেৱে তেখেতৰ নামঘোষাত লিখিছে—

"অধমে কেৱল দোষ লৱয় মধ্যমে গুণদোষ লৱে কৰিয়া বিচাৰ
উত্তমে কেৱল গুণ লৱয় উত্তমোত্তমে অলপ গুণ কৰয় বিস্তাৰ।"

অৰ্থাৎ অধম লোকে এজন মানুহৰ কেৱল দোষকেইহে খুচৰি ফুৰে। মধ্যম শ্ৰেণীৰ মানুহে মানুহৰ মাজত থকা দোষ-গুণ উভয়ৰে বিচাৰ কৰিহে গ্ৰহণ কৰে, উত্তমসকলে ৰাজহংসই পানী মিহলি গাখীৰৰ পৰা কেৱল গাখীৰ ভাগ গ্ৰহণ কৰাৰ দৰে কেৱল মানুহৰ ভাল গুণখিনিহে বিচাৰ কৰি গ্ৰহণ কৰে আৰু উত্তোমোত্তমজনে মানুহৰ মাজত থকা অলপ ভাল গুণকেই বিস্তাৰ কৰি গ্ৰহণ কৰে। সামাজিক ক্ষেত্ৰত আমি যিদৰে অধমা নহও সেইদৰে উত্তম আৰু উত্তমোত্তম বুলি নিজকে বিচাৰ কৰিব নোৱাৰোঁ। আমি মধ্যম শ্ৰেণীৰ লোক আৰু মানুহৰ দোষ-গুণৰ বিচাৰৰ মধ্যম পন্থাকেই গ্ৰহণ কৰা বিষয়ে অৰ্থাৎ মানুহৰ গাত থকা দোষ-গুণ বিচাৰ কৰিহে আমি লওঁ।

সামাজিক ক্ষেত্ৰত এজন ব্যক্তিৰ ব্যক্তিগত দোষখিনি যেতিয়া নিজতে আৱদ্ধ নাথাকি ই দহৰ তথা সমাজৰ অপকাৰ কৰিবলৈ প্ৰয়াস পায় তেতিয়া আমি ব্যক্তিৰ সেই দোষৰ বিষয়ে মৌনতা বা নিৰপেক্ষতা অৱলম্বন কৰিব নোৱাৰোঁ আৰু তাৰ সমালোচনা কৰিবলৈ বাধ্য হওঁ। কিন্তু যেতিয়া এজন মানুহৰ ব্যক্তিগত দোষখিনি নিজতে আৱদ্ধ থাকে তেতিয়া আমি সেই বিষয়ে সমালোচনা কৰিবলৈ অধিকাৰ



নাপাওঁ। বিশেষতঃ যেতিয়া এনে ব্যক্তিৰ ব্যক্তিগত দোষ নিজতে আৱদ্ধ থাকে আৰু তেওঁৰ সুগুণ বাজিয়ে দহৰ আৰু সমাজৰ উপকাৰহে সাধন কৰে তেতিয়া সেই ব্যক্তিৰ প্ৰতি আমাৰ শ্ৰদ্ধাই হয়। ব্যক্তিত্বসম্পন্ন আৰু প্ৰতিভাশালী এনেকুৱা কোনো কোনো ব্যক্তিয়ে আজীৱন সমাজৰ বা জাতিৰ কাৰণে যিমান পাৰে ত্যাগ কৰিয়েই যায়। কিন্তু কেতিয়াবা আত্মপ্ৰকাশৰ যথাযথ মাধ্যমৰ অভাৱত ক্ষোভিত হৈ উদভ্ৰান্ত বিকাশমুখী আত্মাৰ তাড়নাত এনেলোকে নিজৰ মৃত্যুৰ লগত লীলাখেলা কৰিবলৈ এৰি দি অকাল মৃত্যু আহ্বান কৰিবলৈও কুণ্ঠাবোধ নকৰে। নিয়তিৰ পৰিহাস যে তেতিয়া সমাজে এই সকললোকৰ আত্মাৰ বা প্ৰতিভাৰ যথাযথ মাধ্যম আগুৱাই দি সমাজৰ বহল স্বাৰ্থত এনে লোকক ৰক্ষা কৰিবলৈ চেষ্টা কৰা দেখা নাযায়।

স্বৰ্গীয় ফুকন আছিল এনে লোক, তেওঁৰ যদি কোনো ব্যক্তিগত দোষ আছিল সেই দোষে সমাজৰ কাকো কোনো প্ৰকাৰে স্পৰ্শ কৰা নাছিল—তেখেতৰ প্ৰতিভা, ব্যক্তিত্ব, শিল্পময় সত্তাৰ আদৰ্শ আৰু কাৰ্যাৱলী অসমীয়া জাতিৰ উপকাৰৰ কাৰণেই উৎসৰ্গিত হৈ ৰ'ল। তেখেতৰ এজন বিশিষ্ট সমালোচক বন্ধুৱে কৰৰ দৰে "ফুকনে কালকূটৰূপে নিজৰ দোষখিনি নিজেই ভক্ষণ কৰি নীলকণ্ঠ হৈ ৰ'ল আৰু সদাশিৱৰ মংগলময় দিশৰ দৰে তেওঁৰ সুগুণ বাজি অসমীয়া সমাজৰ মংগলৰ কাৰণেই উৎসৰ্গা কৰি গ'ল। যেতিয়াই যিজন লোকেই ফুকনৰ ওচৰলৈ গৈছিল বা তেখেতৰ ব্যক্তিগত সংস্পৰ্শলৈ আহিছিল সেইজন লোকেই ফুকনৰ সুদৰ্শন ৰূপত, অটল স্পৰ্শী ব্যক্তিত্বত, অমায়িক ব্যৱহাৰত, ফুকনৰ নিজ অধ্যয়নৰ বিষয় বস্তুৰ ওপৰত থকা পাণ্ডিত্বত আৰু সেই বিষয়ৰ উন্নতিৰ হকে তেখেতৰ ত্যাগত মুগ্ধ হৈ আহিব লাগিছিল। বোধ কৰো এই কথা ফুকনৰ সংস্পৰ্শলৈ অহা কোনোৱে অস্বীকাৰ কৰিব নোৱাৰিব। ফুকনৰ এই আদৰ্শ, প্ৰতিভা, ব্যক্তিত্ব আৰু ত্যাগৰ মনোভাৱৰ উৎস ক'ত ? ফুকন ডাঙৰীয়াৰ এই প্ৰতিভা, আদৰ্শ, ব্যক্তিত্ব আৰু ত্যাগৰ উৎসৰ ঐতিহ্য আৰু পৰম্পৰা আছে আৰু এই ঐতিহ্য পৰম্পৰা যথেষ্ট চহকী ! ফুকনৰ জন্ম হৈছিল বিখ্যাত সাতঘৰীয়া আহোমৰ ঘৰৰ বুঢ়াগোহাঞি কুৱৰি গঞা বুঢ়াগোহাঞি পৰিয়ালত। স্বৰ্গদেউ লক্ষ্মীসিংহ প্ৰধানমন্ত্ৰীৰ ঘনশ্যাম বুঢ়াগোহাঞিৰ এজন পুত্ৰ পূৰ্ণানন্দ বুঢ়াগোহাঞিয়ে পিতৃৰ নামত প্ৰধানমন্ত্ৰীৰ বাব লৈ অসমৰ সৰ্বসাধাৰণ প্ৰজাৰ পিতৃ স্বৰূপে খ্যাতি লাভ কৰি অসম বুৰঞ্জীত অমৰ হৈ আছে। আনজন পুত্ৰ শিৱনাথ বুঢ়াগোহাঞিয়ে নাওবৈছা

ফুকনৰ বিষয়বাব গ্ৰহণ কৰিছিল। এই শিৱনাথ নাওবৈছা ফুকনৰ বংশতেই চন্দ্ৰ ফুকনৰ জন্ম হৈছিল। প্ৰধানমন্ত্ৰী হিচাপে ঘনশ্যাম বুঢ়াগোহাঞি আৰু তেওঁৰ পুত্ৰ পূৰ্ণানন্দ বুঢ়াগোহাঞিয়ে দেশৰ শান্তি আৰু ঐক্য অব্যাহত ৰাখিবলৈ মোৱামৰীয়া বিদ্ৰোহত আৰু মানৰ আক্ৰমণত যি ব্যক্তিত্ব আৰু ত্যাগ দেখুৱাই থৈ গ'ল সেই কথা বুৰঞ্জীত জিলিকি আছে। গতিকে ফুকনৰ বংশই ত্যাগ ব্যক্তিত্ব দেশপ্ৰেম প্ৰতিভা আদিৰ পৰম্পৰা উজ্জ্বলভাৱে বহন কৰি আহিছে আৰু সেই বংশত ফুকন এক ব্যতিক্ৰম নোহোৱাটোৱেই স্বাভাৱিক।

ফুকন অসমীয়া মঞ্চ শিল্পৰ একনিষ্ঠ কৰ্ণধাৰ। এই মঞ্চ শিল্পৰ এজন শিল্পী হিচাপে ফুকনৰ একাগ্ৰ সাধনাৰ মনোভাৱ এই শিল্পৰ লগত একাত্মতা আৰু এই শিল্পৰ বিষয়ে ফুকনৰ জ্ঞান আৰু পাণ্ডিত্য আছিল অতুলনীয়। ঐতিহাসিক, পৌৰাণিক, সামাজিক যি নাটকেই অভিনয় কৰা নহওক সেই বিষয়ে ফুকনে সকলো দিশ সম্পূৰ্ণৰূপে মঞ্চত নমাৰ আগেয়ে অধ্যয়ন কৰি লবলৈ অকণো চেষ্টাৰ ত্ৰুটি কৰা নাছিল।

ফুকন আছিল এজন সুন্দৰ বক্তা। ফুকনৰ ৰূপ আৰু শিল্পী সুলভ সত্তাই তেখেতৰ ব্যক্তিত্বক সোণত সুৱগাৰ দৰেই শ্ৰোতাৰ কাৰণে অধিক মনোগ্ৰাহী আৰু উজ্বল কৰি তুলিছিল। বক্তা ফুকনক শ্ৰোতাই মানস চক্ষুৰে এবাৰ চালে দেখিবলৈ পাব সেই সুদৰ্শন বক্তাজনে কি এক শিল্পীসুলভ গাম্ভীৰ্য্য আৰু পাণ্ডিত্যপূৰ্ণ ব্যক্তিত্বৰে তেখেত সকলৰ আগত থিয় হৈছিল। ফুকনৰ ব্যক্তিত্বই সকলো শ্ৰোতাৰ মন আকৰ্ষণ কৰিব পাৰিছিল। তেওঁৰ বক্তৃতাৰ প্ৰকাশভংগী, মাধুৰ্য্য, বিষয়-বস্তুৰ শৃংখলাবদ্ধ উপস্থাপন আদিয়ে শ্ৰোতাৰ মন গোটেইখিনি আকৃষ্ট কৰি ৰাখিবলৈ সক্ষম আছিল।

আজি ফুকনৰ অভাৱত নগাঁও তথা সমগ্ৰ অসমে মঞ্চ শিল্পীৰ এজন প্ৰতিভাশালী শিল্পীক অকালতে হেৰুৱাই অপূৰণীয় ভাৱে ক্ষতিগ্ৰস্ত হৈছে। আজি নগাওঁৰ উদীয়মান শিল্পী সকল মৰ্মাহত এই বুলি যে—তেওঁলোকৰ আগত সেই চন্দ্ৰ ফুকন আৰু নাই। যি চন্দ্ৰ ফুকনক সন্তুষ্ট কৰিব পাৰিলেই তেওঁলোকে আত্মপ্ৰসাদ লাভ কৰিব পাৰিব অথচ যি চন্দ্ৰ ফুকনৰ শিল্পী সত্বাক সন্তুষ্ট কৰিবলৈ তেওঁলোকে প্ৰতি জনেই যে আৰু সাধনা কৰিব লাগিব এই কথা সদায়



উপলব্ধি কৰি আহিছে। উদীয়মান শিল্পী সকলৰ গন্তব্য স্থানৰ পথ সমুজ্বল কৰি দেখুৱাই দিয়া লাইট হাউচৰ জ্বলন্ত চাকিটি যেন নিষ্ঠুৰ ধুমুহাই নিৰ্বাপিত কৰি পেলালে।

সুন্দৰৰ উপাসক চন্দ্ৰ ফুকন ডাঙৰীয়াৰ অতৃপ্ত আত্মাই তৃপ্তি লাভ কৰক— শান্তি লাভ কৰক।

---

# এটি শ্ৰদ্ধা নিবেদন
# স্বৰ্গগত চন্দ্ৰকান্ত ফুকনদেৱৰ প্ৰতি

শ্ৰীললিত শইকীয়া

"মৰণৰে,
তুঁহু মম শ্যাম সমান।
তুঁহু মম মাধৱ, তুঁহু মম দোসৰ,
তুঁহু মম তাপ ঘুচাও"।

সেইদিনা আছিল শনিবাৰ। সন্ধিয়া নামি আহিছিল লাহে লাহে কুঠৰী নামৰ সৰু গাঁওখনিৰ একপ্ৰান্তত। নগৰ-চহৰ আৰু সেই কুঠৰী গাঁওৰ ল'ৰা-বুঢ়া, তিৰোতা-মতা সকলো লোকৰে ভীৰ পৰিছিল। নিজম নিমাত সকলো, চকু চল-চলীয়া, ম্ৰিয়মান। ফুকনৰ শৱদেহ লাহে লাহে চিতাত তুলিলে। দপদপাই জ্বলি উঠিল সেই নিৰ্মম জুইকুৰা আৰু খন্তেকৰ পাছতে ফুকনৰ নশ্বৰ দেহা ধূম্ৰৰাশিৰ কুহেলীকাৰ মাজত বিলীন হৈ গ'ল। তৎক্ষণাৎ শেষ হৈ গ'ল এক জীৱন গাথা। সি জীৱন গাথাই আৱৰি ৰাখিছিল অবিকশিত এক বিশাল জীৱনৰ প্ৰতিভা, সুৰ-ছন্দ-লয়। একেলগে হেৰাই গ'ল বহু অভিনয়ৰ নায়ক, বহু প্ৰতিভাৰ মূৰ্ত প্ৰতীক চন্দ্ৰকান্ত ফুকন।

মঞ্চত বহু অভিনয় শেষ হৈছিল। আজি এই জীৱন নাটৰ যৱনিকা পৰিল। মন মোৰ হাঁহাকাৰ কৰি উঠিল আৰু বিগত দিনৰ মঞ্চলেখাৰ মাজত সোমাই পৰিল। আৰু যেনে—

"অতীত কালেৰ সব ছবি
এক মুহূৰ্তে দেখা দেয় নিবিড় হয়ে
চিঠিখানি হাতে নিয়ে



পড়ল মনে
অনেক কথা এক নিমিষে"।

আজি মই মনে মনে বিচাৰি ফুৰিছো এই অভিনেতাৰ ৰূপলেখা। সকলোতে আন্ধাৰ-আন্ধাৰ আৰু আন্ধাৰ। হঠাতেই যেন আন্ধাৰৰ মাজতেই চিঞৰি উঠিল—"নিদিলে, নিদিলে শেষ চেষ্টা কৰিবলৈ নিদিলে সিহঁতে; ৰক্ষা কৰিব সিহঁতে নিদিলে।" হীৰাঝিল প্ৰাসাদৰ মচনদ্ কঁপি উঠিল শেষবাৰৰ কাৰণে। বুকুৰ পৰা ওলাই অহা কেঁচা তেজখিনি হেঁচি ধৰি সেয়া দেখো চন্দ্ৰ ফুকন! —বংগ, বিহাৰ, উৰিষ্যাৰ মহান অধিপতি নবাব চিৰাজদ্দৌল্লা। সঁচা, চিৰাজকো দিয়া নহল। ফুকনেও নাপালে। আকৌ উচুপিছে চিঞৰি চিঞৰি সেইয়া কোনে কান্দিছে? সাৰা হিন্দুস্থান লালকাল হৈ গ'ল। সেয়া, সেয়াও দেখোন ফুকন! বঙ্গৰ বিখ্যাত নবাব মিৰকাচিম। জীৱনৰ সৰ্বস্ব হেৰুৱাই উপেক্ষিত হৈ উচুপি উঠিছে। এইয়া যেন নিখুঁত অভিনয়েই নহয়, জীৱনী লেখাৰ ৰূপ দিলে মাত্ৰ নাট মঞ্চত।

আৰু সেইয়া কি? নিভীক তেওঁৰ কথা কৈ গ'ল অবিৰামভাৱে "মোক এবাৰ মাৰিব মই দুবাৰ আহিম—মোক দুবাৰ মাৰিব মই দহবাৰ আহিম।" চন্দ্ৰ ফুকন আৰু পিয়লী ফুকন এক হৈ গ'ল। পিয়লীৰ ফাঁচী হ'ল ফিৰিঙ্গীৰ হাতত আৰু ফুকনৰ শেষ হ'ল ফাঁচী মঞ্চৰূপী এই বহল সমাজত। সঁহাৰি নাপালে কোনোজনেই।

ফুকন আছিল এক বিশাল প্ৰতিভাৰ আগ্নেয়গিৰী। পূৰ্ণ উদ্গীৰণ নহল কাহানিও। গতানুগতিক জীৱন এটাক সাঁৱতি লোৱাত কোনো বাধা নাছিল তেখেতৰ নাইবা ৰাজনৈতিক আন্দোলনত জঁপিয়াই পৰি আজি ৰাজনৈতিক নেতা হৈ খহতা খদ্দৰৰ ছোলা পিন্ধি তথাকথিত দেশপ্ৰেমিক হ'ব পাৰিলেহেঁতেন। কিন্তু তেখেতৰ বিচাৰ আছিল বেলেগ। ফুকনে বুজিছিল যে জাতিক সাংস্কৃতিক জাগৰণৰ মাজেদি জাগ্ৰত কৰি তোলা দেশপ্ৰেম স্থায়ী আৰু সাবলীল। দেশৰ স্বাধীনতা অৰ্জনৰ ক্ষেত্ৰটো ৰাজনৈতিক জীৱনৰ সৌষ্ঠৱ সাধন কৰাত সাংস্কৃতিক জাগৰণে বহুতো অৰিহণা যোগায়। এয়েই আছিল ফুকনদেৱৰ বিশ্বাস। সেয়েই তেখেত শিল্পী জীৱনৰ মাজত সোমাই পৰিল। বহুবাৰ অভিনয় কৰিলে, নাট ৰচিলে, কবিতা লিখিলে, কথিকা লিখিলে, সুদীৰ্ঘ কাল—প্ৰায় ২০

বছৰ। ১৯৩০ চনৰ পৰা ১৯৪৭ চনলৈকে। তেওঁৰ চিৰস্মৰণীয় অভিনয়বিলাকে মানুহৰ অন্তৰত এক জাতীয়তাবোধ আৰু সংহতিৰ এক অনুভূতি অংকুৰিত কৰিলে।

সপোন আছিল তেওঁৰ—এটি জাতীয় নাট্যশালা। ফুকনদেৱৰ দৃঢ়বিশ্বাস আছিল যে এক জাতীয় নাট্যশালাৰ মাজেদি আৱেগিক সংহতি, ঐক্য আৰু জাতীয় চৰিত্ৰ সহজে গঢ়ি তুলিব পাৰি। তেওঁৰ এই স্বপ্ন স্বপ্ন হৈয়েই ৰ'ল।

অসমত শিল্পী বা কলাকাৰক সমাদৰ কৰিবলৈ সমাজে এতিয়াও শিকা নাই। আনকি নিজৰ কলাকৃষ্টি সংস্কৃতিৰ প্ৰতিও শ্ৰদ্ধা নাই। সদায়েই দেখা যায় অসমৰ শিল্পীসকল হয় আৰ্থিক অভাৱত জৰ্জৰিত হৈ এদিন গুচি যায়, নহয় সমাজৰ দ্বাৰা উপেক্ষিত, অৱহেলিত হৈ দিন গণি গণি শেহান্তৰত এদিন নিজকো হয়তো নিঃশেষ কৰি দিয়ে। কলা-কৃষ্টিৰ প্ৰগতিৰ প্ৰতি চৰকাৰৰ কিমান শ্ৰদ্ধা বা তৎপৰতা তাৰ সাক্ষী হৈছে—কাহিলিপাৰা।

অসমৰ সাংস্কৃতিক আকাশৰ পৰা এটি এটিকৈ তিনটি উজ্বল তাৰকা খহি পৰিল। বাভা গ'লগৈ, শৰ্মাও গ'ল শেষত ফুকনেও বিদায় মাগিলে। চাৰিটা বছৰ পূৰ নোহওঁতেই তিনিগৰাকী মহান শিল্পীয়ে মেলানি মাগিলে। আজি থুচি-ডাইডিচো নাই, জেনোফনো নাই যে তেওঁলোকৰ ইতিহাস লিখিব নাইবা হৰিসেনো নাই যে এটি 'প্ৰশস্তি' লিখি থৈ যাব। কিন্তু যদি আজি এজন শেক্সপিয়েৰ থাকিলেহেঁতেন তেওঁ হয়তো এজন শোকবিহ্বল ফৰ্টিনব্ৰাচৰ মুখেৰে চিঞৰি কলেহেঁতেন—

"O Proud death
What feast is toward in
thine eternal cell
That thou so many princes at a shot
So bloodily has struck ?"

---

# মই এটি গছপাত

শ্ৰীনগেন বৰা

"মই এটি গছ পাত
হালধীয়া,
সৰি যাম শীতৰ শেষত,
তোমালোক কুঁহিপাত
সেউজীয়া,
জন্মি চাবা নতুন বেশত।"

এয়া চন্দ্ৰ ফুকনৰ জীৱন দৰ্শন। লিখিছিল চেমনীয়াক উদ্দেশ্য কৰি 'মেক্সি-মিনি' নামৰ আলোচনী এখনত। যোৱা বঙালী বিহুৰ বং ভৰা দিনত শিল্পী চন্দ্ৰ ফুকনে জীৱনক জন্মি চাইছিল এই কবিতাৰে। তেওঁৰ কথাই সঁচা হ'ল। সেউজীয়া কুঁহিপাত সেউজীয়া হৈয়ে ৰ'ল, হালধীয়া গছপাত সৰি গ'ল, কিন্তু "শীতৰ শেষত" সৰিব লগা সেই হালধীয়া গছ পাতটি অকালতে সৰিল। শীতৰ শেষলৈ নিষ্ঠুৰ নিয়তিয়ে আৰু বাট নেচালে। হালধীয়া গছ পাতৰ জীৱন নাটৰ যৱনিকা পৰিল, চন্দ্ৰ ফুকন হঠাৎ নোহোৱা হৈ গ'ল।

অসমৰ মঞ্চ আৰু বোলছবিৰ জগতৰ যশস্বী শিল্পী চন্দ্ৰ ফুকন অভিনয় আৰু নাট্য জগতত এটি সৃষ্টিশীল মনলৈ তেওঁ বিচৰণ কৰি ফুৰিছিল আৰু ফুৰিবলৈ বিচাৰিছিল। সেয়েহে তেওঁ নিঃসন্দেহে কব পাৰিছিল—যেনেকৈ থুপি থুপি তৰাবোৰে গোটেই আকাশখন জ্যোতিষ্কাৰ কৰে সেইদৰে প্ৰতিখন চহৰ-নগৰ আৰু গাঁওৰ মাজত থকা সৃষ্টিশীল মনৰ বহু শিল্পীৰ বৰঙণিৰেহে অসমৰ নাট্য-জগতখন সজীৱ আৰু চহকী হৈ আছে।

তেওঁ আক্ষেপ কৰিছিল—"অসমৰ নাট্য জগত আৰু সজীৱ, সক্ৰিয় আৰু সৃষ্টিশীল হ'ব পাৰিলেহেঁতেন যদি অসম চৰকাৰে এটা সুচিন্তিত সাংস্কৃত নীতি অৱলম্বন কৰি প্ৰেৰণাৰ অভাৱত মৰহি যোৱা নাট্য অনুষ্ঠানবোৰক সহানুভূতি-শীলভাৱে আচৰণ কৰিলেহেঁতেন।" তেওঁ আৰু কৈছিল—"এইখন এখন দেশ য'ত ১৯৫৮ চনতে ষ্টুডিঅ' স্থাপনৰ—সিদ্ধান্ত লৈ আৰু অসম্পূৰ্ণ ষ্টুডিঅ'ৰে দুৱাৰ মুকলি কৰি উদ্বোধনী উৎসৱ পাতি আজি ১৯৭১ চনতো সেই ষ্টুডিঅ'ৰ ব্যৱহাৰৰ উপযোগী কৰিব পৰা নাই।" এই আক্ষেপ, এই পৰিতাপৰ জুইকুৰা বুকুত লৈয়েই চন্দ্ৰ ফুকন হেৰাই গ'ল। নটসূৰ্য্য ফণী শৰ্মাইও সেই একে আক্ষেপেৰেই নাট্যশালা নাট্যকাৰ অভিনেতা আৰু শিল্পীৰ অৰিহণাৰ কথা সোঁৱৰাই দিছিল। "নাট্যশালা জাতীয় কৃষ্টিৰ ধাৰক আৰু বাহক। এই নাট্য মণ্ডতেই সকলো কলা মিলিত হৈছে। নৃত্য-গীত, অভিনয়, সাহিত্য ইতিহাস সকলোৰেই বিকাশ হয় এই নাট্য মণ্ডৰ যোগেদি। সকলো জাতিৰে শ্ৰেষ্ঠ সাহিত্যিকসকল নাট্যকাৰ। নাটকেই সাহিত্যৰ মুকুটমণি।

সেই জ্ঞান হয়—শিল্প নহয়—বিদ্যা নহয়—যোগ নহয় কৰ্ম নহয় যিটো নাটকত দেখা নাযায়। নাটকৰ যোগেদিয়েই এটা জাতিৰ কলাকৃষ্টি ইতিহাস ঐতিহ্যৰ সন্ধান পোৱা যায়। নাটকৰ যোগেদি এটা জাতিক জনা যায়। নাটক এখন দেশৰ এটা জাতিৰ সুস্থ দাপোনৰ দৰে। ভাৰতৰ স্বাধীনতা যুদ্ধত সাহিত্যিক, শিল্পী, নাট্যকাৰ, অভিনেতা আদিৰ অৰিহণা উল্লেখযোগ্য। দেশৰ নাট্যকাৰসকলৰ, শিল্পীসকলৰ অৰিহণা স্বাধীনতা আন্দোলনৰ যুগত দেশৰ ৰাজনীতিৰ নেতা-সকলতকৈ কোনো গুণেই কম নাছিল।"

দেশৰ ৰাজনীতিৰ নেতাসকলে, ডা-ডাঙৰীয়াসকলে অসমৰ সঁচা শিল্পীৰ প্ৰাণৰ বিননি কেতিয়া শুনিব নেজানো। নেজানো অসমৰ শিল্পীয়ে শিল্পীৰ প্ৰকৃত মৰ্য্যদা কেতিয়া পাব। নেজানো শিল্পীৰ আশা-আকাঙ্ক্ষা কেতিয়া পূৰণ হ'ব। অসমৰ কলামোদী (?) ৰাইজো অকৃতজ্ঞ। জীৱন্ত কালত শিল্পীক স্বীকৃতি নিদিয়ে। দিবলৈ শিক্ষা নাই। বিয়োগৰ বাৰ্তাৰ পালে শোকত মৰ্মাহত হয়। ৰাইজে শেষ শ্ৰদ্ধা নিবেদন কৰে ফুলেৰে। শোকসভা পাতে। দেশৰ অপূৰণীয় ক্ষতি হ'ল বুলি বক্তৃতা দিয়ে। জীৱন্ত কালত যি গুণ দেখা নাপায় মৃত্যুৰ পিচত তেওঁ গুণৰ কথা কৈ অন্ত কৰিব নোৱাৰা হয়। স্থানীয় ৰাইজে গুণি শিল্পীৰ স্মৃতি যুগমীয়া কৰি ৰখাৰ আঁচনি গ্ৰহণ কৰে। বছৰ বাগৰে। পাহৰণিৰ জাৰণিত সকলো হেৰাই যায়।



মৃত্যুৰ পিচত "শিল্পপ্ৰাণ" উপাধিৰে বিভূষিত কৰা চন্দ্ৰ ফুকনক নাট্য সাধনাৰ সময়ছোৱাত অসমৰ ৰাইজে তেওঁক কি দিলে তাৰ বিচাৰ আমি নকৰোঁ। আশাকৰোঁ নতুন চামে তেওঁৰ সাধনাৰ বাটে দি আগবাঢ়ি গৈ তেওঁৰ মনৰ সপোন বাস্তৱত ৰূপায়িত কৰি শিল্পীজনাৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধাৰ নিদৰ্শন দাঙি ধৰিব * *

———

# এজন নায়কৰ মৃত্যুত

—তচদ্দুক ইউচুফ

চন্দ্ৰ ফুকন অসমৰ মঞ্চ জগতৰ পৰিচিত নাম। হঠাতে মচ্ খাই গ'ল। লগে লগে যৱনিকা পৰিল এখন জীৱন নাটকৰ। মৃত্যুৰ নাটকত চলনা নাথাকে আৰু থাকিবও নোৱাৰে।

নগাঁওক কেন্দ্ৰ কৰি গোটেই অসমতে এটা নাট্য আন্দোলন সৃষ্টি কৰাৰ বাবে অক্লান্ত পৰিশ্ৰম কৰি ফুকন ভাগৰি পৰিল।

এসময়ত সুন্দৰ স্বাস্থ্য আৰু সবল চেহেৰাৰ অধিকাৰী, মঞ্চত জিলিকি থকা ৰূপকোঁৱৰ চন্দ্ৰ ফুকনে ৰুগ্ন দেহ আৰু ভগ্ন মন এটাৰে মৃত্যুক সাৱটি ললে। অসমৰ ৰাইজ মৰ্মাহত হ'ল। উচপ খাই উঠিল।

চন্দ্ৰ ফুকনৰ জীৱিত কালত তেখেতৰ কৰ্ম জীৱন লৈ কাহানিও মূৰ নঘমোৱা অসমীয়া কলাপ্ৰেমীসকলে শোক সভাত বিনা কাৰ্পণ্যৰে চন্দ্ৰ ফুকনৰ গুণ গৰিমা গাই চকুপানী টুকিলে। চন্দ্ৰ ফুকন মহান হ'ল। মৃত্যুৱে অসমীয়া শিল্পীক মহান কৰে, অমৰ কৰে। অসমৰ শিল্পীসকলৰ কাৰণে এয়া হ'ল এটা চৰম ট্ৰেজেডি।

“একেলা হুঁ লেকিন আবাদ কৰতা হুঁ বিৰানা
বহোতে ৰোয়েগী মেৰে বাদ ইয়ে শ্যাম তনহাই”

মিৰ্জা গালিবৰ এফাঁকি কবিতা আজি মোৰ বাৰে বাৰে মনত পৰিছে তেতিয়াই মনলৈ আহিছে যে চন্দ্ৰ ককাইদেউ আৰু নাই। ভাবানুবাদ হ'ল অকলশৰীয়া মই। অথচ নিৰ্জনতাক মই আৱৰি ৰাখোঁ। মই জানো মৃত্যুৰ পিচত প্ৰতিটো সন্ধিয়াই মোৰ বাবে চকুলো টুকিব।



আজি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ শোক সভাত দিয়া বক্তৃতাবোৰ যদি দহ ভাগৰ এভাগো চন্দ্ৰ ককাইদেৱে শুনিলেহেঁতেন তেনেহলে মই ডাঠি কব পাৰোঁ যে তেখেত আৰু দহ বছৰ জীয়াই থাকিলহেঁতেন।

হেমলেট যেনেকৈ লৰেঞ্চ অলিভাৰৰ অনুপম চৰিত্ৰ সৃষ্টি ঠিক তেনেকৈ পিয়লী ফুকনো চন্দ্ৰ ফুকনৰ অবিস্মৰণীয় চৰিত্ৰ সৃষ্টি। যিসকল সৌভাগ্যৱান মঞ্চ-প্ৰেমীয়ে এদিন এই সৱল অভিনয় মুগ্ধ হৈ চাইছিল সেইসকলে আজিও মুগ্ধ হৈ সোঁৱৰে। কাৰণ মঞ্চত জীৱন্ত পিয়লী ফুকনক তেওঁলোকে দেখা পাইছিল।

চন্দ্ৰ ককাইদেউৰ বিষয়ে মই বৰ বহলাই কব খোজা নাই। এই কাৰণেই যে তেখেতৰ জীৱিত কালতেই মই মোৰ ব্যক্তিগত শ্ৰদ্ধা তেখেতলৈ আগবঢ়াইছিলো মোৰেই এখন নাটকৰ জৰিয়তে। নাটখন আছিল “নাট্যকাৰৰ সন্ধানত ছটা চৰিত্ৰ”। এটা দৃশ্যত কেইটিমান চৰিত্ৰই যেতিয়া নাট্য সাহিত্যত বাস্তৱ আৰু সত্যতাৰ ওপৰত তৰ্কাতৰ্কি কৰি আছিল তেতিয়া এটা চৰিত্ৰই কৈছিল “পিয়লী” ফুকনে জানো চন্দ্ৰ ফুকনৰ দৰে অভিনয় কৰিব পাৰিছিল”।

নাটখনৰ প্ৰথম নিশাৰ অভিনয়ত প্ৰথমশাৰীৰ দৰ্শকৰ আসনত আছিল চন্দ্ৰ ফুকন—।

চন্দ্ৰ ফুকনৰ এটি গুণে মোক সদায় মুগ্ধ কৰিছিল। সেইয়া হ'ল শিল্পী সকলৰ প্ৰতিভাৰ মূল্যাংকন কৰাত তেখেতে কেতিয়াও দ্বিধাবোধ কৰা নাছিল।

এজন উদীয়মান শিল্পীৰ কাৰণে চন্দ্ৰ ফুকন আছিল অফুৰন্ত প্ৰেৰণা।

আজিৰ পৃথিৱীৰ এই অৰাজক যুগসন্ধিত আমাৰ মনবোৰক বচাই ৰখাৰ কাৰণে প্ৰয়োজন—নতুন কবিতা, নতুন গান, নতুন নাটক।

ভৱিষ্যত গঢ়ি তুলিবৰ কাৰণে দৰকাৰ ইঞ্জিনীয়াৰ আৰু চায়েণ্টিষ্টৰ কিন্তু ভৱিষ্যতৰ ওপৰত অকুণ্ঠ বিশ্বাস থকা এনে এজন শিল্পী আজি আমাৰ মাজৰ পৰা গুচি গ'ল। এজন নায়কৰ মৃত্যু হ'ল।

এখানে আমাৰ পথ চলা শেষ হ'লো
পথ তোমাদেৰ এখনো অনেক বাকী
আমাৰ অনেক আঁধাৰ মধুৰ ৰাত
আজ তোমাদেৰ ৰৌদ্ৰ ৰঙীন
সকাল হয়েছে নাকি।
বন্ধু তোমৰা কাৰা ?
তোমৰা আমাৰ পেছন পথে
নতুন পায়েৰ সাড়া

———

# চন্দ্ৰ গ্ৰহণ

—সাৰদা কান্ত বৰদলৈ

ক'লা হাফপেণ্ট আৰু বগা কামিজ পিন্ধা ধুনীয়া তজবজীয়া ল'ৰাটো চকুত নপৰিছিল কাৰ ? নগৰৰ ভিতৰত স্কুলীয়া ল'ৰাৰ লগত কাজিয়া লাগিলে, খেল পথাৰত, ব'টা বিতৰণী সভাৰ যো-জা কৰাত, সেই সভাত ভাত আদি কৰাত, সৰস্বতী পূজাত ফুল চুৰ কৰাত, বিহুত কলং পথাৰত হাৰলি ঘৰ আদি সাজি মানুহৰ ঘৰৰ আগৰ জপনা আদি চুৰ কৰা কামত আগভাগ লৈছিল সেই ল'ৰা-টোৱে। হেডমাষ্টৰৰ আগত বুকু ফিন্দাই কথা কোৱা, কোনো শিক্ষক বদলি বা অৱসৰ ললে মিটিঙত শুৱলা ভাষাৰে বক্তৃতা দিয়া, স্কুলত তৰ্ক যুদ্ধত সক্ৰিয় অংশ গ্ৰহণ কৰা—আনহাতে শ্ৰেণীৰ ভিতৰত প্ৰথম দহোটা ল'ৰাৰ ভিতৰত স্থান অধিকাৰ কৰিছিল সেই ল'ৰাজনে। এই দুৰ্দান্ত মৰম লগা ল'ৰাজনেই আছিল 'চন্দ্ৰ ফুকন।

এই ল'ৰাজন চাওঁতে চাওঁতেই গৈ গুৱাহাটীৰ কটন কলেজ পালেগৈ। নগাঁৱৰ আমোলাপট্টিত তেওঁৰ ঘৰ। দেউতাকৰ একমাত্ৰ ল'ৰা ফুকন আছিল দেউতাক-মাকৰ নয়নৰ মণি। ঘৰৰ অৱস্থা সিমান ভাল নাছিল যদিও ফুকনৰ উদ্যমক অৱস্থাই সেমেকাই পেলাব নোৱাৰিছিল।

ঘৰৰ ওচৰতে নগাঁও নাট্য মন্দিৰ। 'জগৎ বেজবৰুৱাৰ চকুত বালি মাৰে কেনেকৈ ? নগাঁও নাট্য মন্দিৰহে নালাগে অসমৰ নাট্য জগতৰেই 'বেজবৰুৱা আছিল এক জ্বলন্ত সূৰ্য্য। সেই সূৰ্য্যৰ কিৰণেৰে গোটেই নগাঁও নাট্য মন্দিৰ দপদপাই জ্বলাই ৰাখিছিল আৰু তাৰ কিৰণ অসমৰ চাৰিওফালে বিয়পি পৰিছিল। 'বেজবৰুৱাৰ অভিনয় যি দেখিছে কেতিয়াও জীৱনত পাহৰিব নোৱাৰে। সেই 'বেজবৰুৱাই 'ফুকনক হাত বুলাই বুলাই আনি নগাঁও নাট্য মন্দিৰত হোৱা সেই



সময়ৰ নাটকবোৰত নাৰী চৰিত্ৰ ৰূপায়ণ কৰিবলৈ লগাইছিল। এদিন নগাঁও নাট্য মন্দিৰৰ এখন সভাত 'বেজবৰুৱাক তেওঁৰ গুৰু বুলি স্বীকাৰ কৰিছিল।

চালুকীয়া 'ফুকনে লাহে লাহে নগাঁও নাট্য মন্দিৰত নাৰী চৰিত্ৰৰ প্ৰধান ভূমিকাত অৱতীৰ্ণ হবলৈ ধৰে। বিশেষকৈ তেওঁ সাফল্য অৰ্জন কৰে শ্ৰীযুত গোপাল বৰাদেৱৰ "শ্ৰীৰামচন্দ্ৰ"ৰ নাটকৰ সীতাৰ অভিনয়ত। "সীতা"ৰ অভিনয়ে 'ফুকনক নাৰী চৰিত্ৰ ৰূপায়ণত অসমৰ ভিতৰতেই জাকতজিলিকা কৰিলে।

মই তেতিয়া কলিকতাত। ৰঙ্গমঞ্চৰ "সীতাৰ" পদধ্বনি মোৰ কাণতো পৰিলগৈ। বন্ধত ঘৰলৈ আহিছিলো। শুনিলো সেই দিনাও নগাঁও নাট্য মন্দিৰত 'শ্ৰীৰামচন্দ্ৰ' হৈছে। 'সীতা'—চন্দ্ৰ ফুকন। নাট্য মন্দিৰ বুলি খোজ ললো। অভিনয় শেষ হোৱাত 'ফুকনক লগ ধৰিবৰ বাবে মনটো উদ্বিগ্ন হৈ উঠিল। লগ ধৰিলো। চিনাকি হলো। কথা পাতিলো। মনে মনে যেন মিলি গ'ল। ঘৰলৈ উভতি আহোতে বাটে বাটে ভাবি আহিছিলো ৰঙ্গমঞ্চত 'চন্দ্ৰ ফুকনৰ খোজৰ লয়লাস, শৰীৰৰ লাৱণ্যতা, অংগীভংগীৰ লালিত্য আৰু বচন কোৱাৰ মাধুৰ্য্য। ঠিক যেন ত্ৰেতাৰ বাল্মীকীৰ কল্পনাৰ সীতাজনীয়েই।

বয়সত যদিও মোতকৈ 'ফুকন আঠ-ন বছৰ সৰু বয়সে বাধা দিব নোৱাৰিলে। 'ফুকন মোৰ অন্তৰংগ বন্ধু হৈ উঠিল। নাটক ৰচা, অথবা কৰা, অভিনয় কৰা—এইবিলাক কামতেই জীৱনৰ বেছি সময় পাৰ হৈ গ'ল। শ্ৰীগোলোক চন্দ্ৰ বৰুৱাৰ আগফালৰ চ'ৰা ঘৰটোৱেই আছিল আমাৰ মন্ত্ৰণা ঘৰ।

চাওঁতে চাওঁতে সেই তজবজীয়া ল'ৰাটো গহীন, সাহসী, ভাবুক, সুন্দৰ যুৱক হৈ উঠিল। নাৰী চৰিত্ৰ এৰি পুৰুষ চৰিত্ৰ ৰূপায়ণ কৰিবলৈ ধৰিলে। 'জ্যোতিপ্ৰসাদ আগৰৱালাৰ "কাৰেঙৰ লিগিৰী"ত 'সুন্দৰ'ৰ ভূমিকাত যি চমকপ্ৰদ অভিনয় কৰিলে সেই অভিনয় মানুহে কেতিয়াও পাহৰিব নোৱাৰে। সেই নাটকখন নগাঁও নাট্য মন্দিৰত ৰাইজৰ অনুৰোধত বহুবাৰেই অভিনীত হয়। অৱশেষত নগাঁও নাট্য মন্দিৰৰ পৰা ওলোৱা 'পিয়লী ফুকন' নাটকত 'পিয়লী'ৰ ভূমিকাত অৱতীৰ্ণ হৈ ফুকনে নিজকে অভিনেতা হিচাপে ৰংগমঞ্চত নিগাজীকৈ প্ৰতিষ্ঠা কৰিলে।

১৯৩৭ কি ৩৮ চনত শ্ৰীমিত্ৰদেৱৰ মহন্তৰ 'ৰুক্মিণীহৰণ' আৰু ৺কমলানন্দ ভট্টাচাৰ্য্যৰ "বভ্ৰুবাহন" নাটক দুখন "হিজ মাষ্টাৰছ্ ভয়চ"এ 'ৰেকৰ্ডিং' কৰিবৰ কাৰণে আয়োজন কৰি আমাক কলিকতালৈ আমন্ত্ৰণ কৰে। সেই সময়ত ছোৱালী পোৱা বৰ টান। আৰু ছোৱালী পালেও সমাজৰ বান্ধোন ইমান কটকটীয়া আছিল যে উলিয়াই অনিবলৈ বৰ টান। কিন্তু ৺ফুকনে নগাঁৱতেই দুজনী ছোৱালী ঠিক কৰি কলিকতালৈ যোৱাটো সিদ্ধান্ত কৰি পেলালে। সেই দলটিত আছিল ৺জগত বেজবৰুৱা, ৺কমলানন্দ ভট্টাচাৰ্য্য, ৺চন্দ্ৰ ফুকন, মই আৰু কেইবাজনো। ছোৱালী দুগৰাকী আছিল ৰেণুকা আলী (বেং) আৰু ৺বুলু। ৺ফুকনে বোল-ছবিটো নামিছিল। তেওঁ মাত্ৰ দুখন ছবি কৰিছিল। এখন হ'ল 'বিপ্লৱী' আৰু আনখন 'পাৰঘাট'। তেওঁ বোলছবিত নামিবলৈ বৰ ভাল নাপাইছিল। এই বিষয়ে এদিন মই সোধাত কৈছিল—"হেৰা বৰ ভুৱাহে, নিষ্প্ৰাণ যেন লাগে। আমাৰ ৰঙ্গমঞ্চই ভাল দিয়া। জীৱন্ত মানুহ, জীৱন্ত মানুহৰ সংস্পৰ্শত জীৱন্ত হৈ উঠে সকলো মুহূৰ্ত। প্ৰাণত এটা উদ্যম জাগি উঠে।"

৺ফুকনে [illegible] নানান ধৰণৰ অভিনয় আৰু নাটক সম্বন্ধে কিতাপ অধ্যয়ন কৰি গভীৰ জ্ঞান অৰ্জন কৰিছিল। কিন্তু স্বাস্থ্যৰ কাৰণেই হওক বা আন কোনো কাৰণেই হওক নাটক আৰু অভিনয় সম্বন্ধে তেনে কোনো অৱদান আগবঢ়াব নোৱাৰিলে। আমি তেওঁৰ পৰা নাটক আৰু অভিনয় সম্বন্ধে এখন কিতাপ বিচাৰিছিলো। অৱশ্যে নাটক লিখিবৰ বাবে মই তেওঁক বৰকৈ উদগাই-ছিলো। তেৱোঁ যে লিখিবলৈ চেষ্টা কৰা নাছিল এনে নহয়। কিন্তু কল্পনাৰ ৰজা ৺ফুকনৰ নাটক লিখিবৰ সময়ত ইমান উখল-মাখল হয় যে তেওঁৰ আৰু নাটক লিখা নহল। মানুহজনে জীৱনত বাস্তৱক উপলব্ধি কৰাতকৈও কল্পনাৰাজ্যত বিচৰণ কৰিবলৈ বিচাৰিছিল বেছি। তেওঁৰ জীৱনৰ প্ৰত্যেকটো কথাতে কল্পনা আছিল বহল আৰু অসাধাৰণ। এই কল্পনাকে সাৰটি লৈ জীৱনৰ শেষ নিশ্বাস পেলালে। মহাযুদ্ধত লাখ লাখ টকা আৰ্জিও ডিঙিত ধাৰৰ বোজা বহন কৰিব লগা হ'ল কিয় ? অতি উচ্চ কল্পনা কৰাৰ কাৰণেই তেওঁৰ কোনো আশাই তেওঁৰ কল্পনামতে ফলৱতী নহল। নাটক আৰু অভিনয়তো তেওঁৰ আশাতীত কল্পনা আছিল বুলিয়ে তেওঁ আমাক স্থায়ী কোনো বস্তু দিব নোৱাৰিলে। তেওঁৰ মানস প্ৰতিমা পিচ পৰা অঞ্চল 'কুঠৰী গাঁৱকো' যেনেভাৱে গঢ় তুলিবলৈ



কল্পনা কৰিছিল ঠিক তেনেভাৱে গঢ় দিব নোৱাৰিলে। শেষত নিজৰ জীৱনটোকে দান কৰি গ'ল কুঠৰী গাঁৱক। বাকপটু ৺ফুকনে যেতিয়া দুই-চাৰিজন বন্ধুৰ লগত নাটক বা অভিনয় সম্পৰ্কে সুন্দৰকৈ কথা কয়, সেইসকল বন্ধুৱে তেওঁৰ ওচৰৰ পৰা ঘূৰি আহিও সেই সজোৱা-পৰোৱা কথাবিলাকৰ ভিতৰতে কিছু সময়ৰ বাবে ডুব গৈ থাকিব লগা হয়। মানুহৰ মনত সাঁচ বহুৱাই দিব পৰা অফুৰন্ত তেওঁৰ বাক শক্তি আছিল।

৺ফুকন মোৰ বন্ধু আছিল যদিও বহুত কথাতেই তেওঁৰ লগত মোৰ অমিল আছিল। বহুত কথাতেই আমাৰ ভিতৰত মতান্তৰ হৈছিল। কিন্তু নাটক আৰু অভিনয় সম্বন্ধে আমি দুয়ো সদায় একমত আছিলো।

৺ফুকনে বি, এ পাছ কৰাৰ পিচত ইচ্ছা কৰা হলে অনায়াসে এটা ভাল চাকৰি লৈ সুখ-সমৃদ্ধিৰে জীৱন কটাব পাৰিলেহেঁতেন। কিন্তু কল্পনাৰ ৰজা ৺ফুকনে নিজৰ জীৱনটো তেনেভাৱে কেতিয়াও কল্পনা কৰা নাছিল। স্বাধীন-চিতীয়া ফুকনে আজি ত্ৰিশ বছৰৰ আগতে যেতিয়া কুঠৰীৰ মিকিৰ পাহাৰৰ এটা মৌজা লবলৈ মনস্থ কৰে, মই সুধিছিলো—'হেৰা, তুমি দেখোন শেষত এটা সামান্য মৌজাহে ললাগৈ ?' তেওঁ সেই মোহনীয়া হাঁহিটো মাৰি কৈছিল— 'চন্দ্ৰ ফুকনে ছহেজাৰ টকাৰ এটা মৌজা লৈ জীৱন কটাবলৈ বিচৰা নাই। কেৱল সেই পিচ পৰি থকা অঞ্চলটোৰ ৰাইজৰ লগত চিনা-পৰিচয় আৰু যদি পাৰো কিছু আগুৱাই দিবলৈহে মনস্থ কৰিছো। কুঠৰীক অসমৰ ভিতৰতেই এখন চকুত লগা ঠাই কৰিম। তোমালোকে মোৰ মৃত্যুৰ পিচত অৱশ্যে যদি মই আগবাঢ়ো মোৰ শুকান দেহাটো নগৰলৈ আনি লটিঘটি কৰাতকৈ তাতেই আচুতীয়াকৈ থবা। অৱশ্যে ঠাই টুকুৰা মই জীৱিত কালতেই ঠিক কৰি থৈ যাম।" মৃত্যুৰ পূৰ্বে তেওঁ সেই ঠাই টুকুৰা ঠিক কৰি গৈছিল। আৰু তাতেই তেওঁক সমাধিস্থ কৰা হ'ল। সেই অঞ্চলত মিকিৰ মানুহৰ পৰা আৰম্ভ কৰি সমস্ত ৰাইজে ৺ফুকনক কেনেদৰে সমাদৰ কৰিছিল ৺ফুকনৰ কুঠৰীৰ ঘৰখনলৈ নগলে সেই কথা মানুহে উপলব্ধি কৰিব নোৱাৰে। একেষাৰে কবলৈ গলে ৺ফুকন বৰ্তমান কুঠৰীৰ স্ৰষ্টা।

৺ফুকন এসময়ত এজন ভাল চিকাৰী আছিল। তেওঁ চিকাৰ ভাল পাই-ছিল। কিন্তু শেষত তেওঁ চিকাৰ কৰিবলৈ এৰি দিছিল। আৰু তেওঁ ভাল পাই-

ছিল 'ফুল'। কুঠৰীৰ বাসভৱনৰ চৌহদত বিভিন্ন ধৰণৰ অৰ্কিডকে ধৰি নানান তৰহৰ ফুল ৰুইছিল 'ফুকনে।

অলপ দিনৰ আগতে মই ডিব্ৰুগড়ৰ পৰা ঘূৰি আহোতে কুঠৰীত সোমায় 'ফুকনৰ পৰিবাৰক লগ ধৰিছিলোঁ। কি কথা পাতিছিলোঁ মনত নাই। মই, যুগল দাস, গোলোক বৰুৱা, দ্বিজেন্দ্ৰ মোহন গোস্বামী (নগা), এসময়ত সেই ঘৰখনলৈ কিমানবাৰ যে অহা-যোৱা কৰিছিলোঁ তাৰ সীমা নাই। কিন্তু আজি কোনোমতেই নিজকে বুজাব নোৱাৰিলোঁ। লাহেকৈ উঠি আহিলোঁ। মনত পৰিছিল অতি সমাৰোহেৰে পতা 'ফুকনৰ বিয়াখনলৈ। মনত পৰিছিল মটৰেৰে আহোতে বাটত ঘটা এটি ঘটনালৈ। ঘটনাটি লিপিবদ্ধ কৰাৰ মোহ এৰিব নোৱাৰিলোঁ। বিয়াৰ দিনা দৰাৰ মটৰত আছিল ওপৰত উল্লেখ কৰা মানুহ— কেইজন। গাড়ী চলাইছিল 'ফুকনে নিজে। কুঠৰীৰ পৰা কিছুদূৰ গৈ গাড়ীখন অলপ বেয়া হ'ল। মটৰখন ৰৈ থকা অৱস্থাত বাটেদি যোৱা এজন বুঢ়া মানুহে ওচৰলৈ আহি সুধিলে ঃ বিয়া পাৰ্টিনেকি ?

ঃ 'হয়'— মই কলোঁ।

ঃ 'দৰা কোনজন ?' বুঢ়াই সুধিলে। মই 'ফুকনক দেখুৱাই দিলোঁ। বুঢ়াই ফুচফুচাই সুধিলে ঃ

ঃ 'এগৰাকী হানি হৈছে নেকি ?'

বুঢ়াই কলে ঃ 'নকৰ, নকৰ আমাকো সেইপাত শেলে বিন্ধি থৈছে।'

সেইদিনা বৰ হাঁহিলোঁ। কিন্তু আজি চকুৰ পৰা পানী পৰিবলৈ ধৰিছে। কুঠৰীৰ বাসভৱন, ফুল, অৰ্কিদ আদি সকলো একেদৰেই আছে, নাই মাথোঁ বন্ধুবৰ 'ফুকন।

জীৱনত ফুকনে যি কেইটা বস্তু সকলোতকৈ বেছি ভাল পাইছিল তাৰ ভিতৰত নগাওঁ নাট্য মন্দিৰটোও অন্যতম। দলদোপ-হেন্দোলদোপ মানুহৰ মাজেদি 'ফুকনৰ মৰা দেহাটো যেতিয়া আনি নগাওঁ নাট্য-মন্দিৰ প্ৰাঙ্গণত থলেহি, সমবেত জনতাৰ চকুলো একাকাৰ হৈ উঠিল নাট্য মন্দিৰৰ প্ৰাঙ্গণ। হায় বন্ধু ! তুমিটো নাজানিলা, তুমিতো নেদেখিলা মানুহৰ সেই সমাৰোহ, তোমাৰ প্ৰতি থকা মানুহৰ সেই অপত্য স্নেহ।

আকাশত চন্দ্ৰৰ যেতিয়া গ্ৰহণ লাগে সি আকৌ পূৰ্ণ চন্দ্ৰ হৈ ভুমুকি মাৰে। কিন্তু 'ফুকনৰ জীৱন নাশত ১৯৭১ চনৰ ২৭ আগষ্টৰ গধূলি যি গ্ৰহণ লাগিল সি আৰু নাভাগিল। অসমৰ নাট্য জগত, অসমৰ ৰঙ্গমঞ্চ চিৰদিনৰ কাৰণে আন্ধাৰ কৰি গুচি গ'ল। 'ফুকনক গ্ৰহে নাশ কৰিলে। নগাঁও নাট্য-মন্দিৰ আন্ধাৰ কৰি গুচি গ'ল। এই আন্ধাৰ সতকাই গুচাব কোনে ?

———

# শিল্পী-সাধক চন্দ্ৰ ফুকনলৈ শ্ৰদ্ধাঞ্জলি

—উপেন্দ্ৰ বৰকটকী

"আৱৰ্য উপন্যাসতকৈও মনোৰম কাহিনী কিছুমান কম, আকৌ আহিবা" কথাষাৰ কৈছিল চন্দ্ৰ ফুকনদেৱে। সেই কাহিনী আৰু শুনা নহ'ল। যোৱা ২৭ আগষ্ট '৭১ তাৰিখে তেওঁ ইহসংসাৰৰ পৰা বিদায় মাগিলে। অসমৰ খ্যাতনামা অভিনেতা, সুনিপুণ বক্তা, স্বাধীনমনা আৰু নিৰ্ভীক ব্যক্তি ফুকনৰ সৈতে যাৰ এবাৰ সম্বন্ধ ঘটিছে তেওঁ কেতিয়াও ফুকনৰ অমায়িক ব্যৱহাৰ আৰু অসাধাৰণ ব্যক্তিত্বৰ কথা পাহৰিব নোৱাৰে। তেওঁৰ সৈতে কথা পাতিলে ভাব হয় যে এওঁ নাজানে কি ? মঞ্চৰ পৰা আৰম্ভ কৰি দেশ-বিদেশৰ ৰাজনীতি, সাহিত্য, অৰ্থনীতিৰ ওপৰত তেওঁ অনৰ্গল কৈ যায়, নিজৰ দৃষ্টিকোণেৰে কথাবোৰ বিশ্লেষণ কৰে আৰু মাজে মাজে থমকি ৰৈ' সন্মুখত থকাজনক ওলোটাই প্ৰশ্ন কৰি থকাসৰকা কৰে।

১৯৭০ চনৰ ২২ নৱেম্বৰ। সেইদিনাই চন্দ্ৰ ফুকনৰ সৈতে শেষ দেখা। তেওঁৰ অতীত জীৱনৰ বিষয়ে কেইটামান প্ৰশ্ন কৰিম বুলি সেইদিনা তেওঁৰ ওচৰলৈ গৈছিলোঁ। লগত আছিল ফুকনৰ মৰমৰ শ্ৰীসম্ভুৰাম শইকীয়া। পিচে নিজৰ বিষয়ে অকণো কবলৈ ভাল নোপোৱা ফুকনে আমাৰ প্ৰশ্নৰ উত্তৰৰ পৰা আঁতৰি গৈ সেইদিনাও আন কথাবোৰ উলিয়াইছিল। আহিবৰ সময়ত মাত্ৰ কৈছিল আৱৰ্য উপন্যাসতকৈও মনোৰম কাহিনী কিছুমান কম বাৰু আহিবা আকৌ। সেইষাৰ কথা আজি বাৰে বাৰে মনলৈ আহিছে।

এতিয়া উপলব্ধি কৰিছোঁ নিজৰ বিষয়ে কবলৈ ইচ্ছা নকৰা আৰু নীৰৱে থাকিবলৈ বিচৰা প্ৰতিভাৱান লোক সকলে জীৱিত অৱস্থাত আমাৰ অসম মুলুকত

কোনো কালেই প্ৰতিভাৰ স্বীকৃতি নাপায়। ফুকন সৰুৰে পৰাই তীক্ষ্ণধী আছিল। নগাওঁ মজলীয়া স্কুলৰ পৰা দিয়া ছাত্ৰবৃত্তি পৰীক্ষাত তেওঁ অসমৰ ভিতৰত দ্বিতীয় স্থান অধিকাৰ কৰে। পিছত হাইস্কুলত ক্লাছ থ্ৰিত ভৰ্তি নকৰি ৪ৰ্থ মানত ভৰ্তি কৰে আৰু ৬ষ্ঠ মান শ্ৰেণীলৈ ডবল প্ৰমোচন পায়। সপ্তমমান শ্ৰেণীৰ পৰা খেলাধুলা আৰু অভিনয়ৰ প্ৰতি তেওঁৰ মন ঢাল খায়। তেওঁৰ নিজৰ ভাষাতে—তেতিয়াৰ পৰাই তেওঁক দুষ্ট প্ৰকৃতিয়ে লগ লয়। সহপাঠী বিৰিঞ্চি বৰুৱা, শ্ৰীগোলোক বৰুৱা আদি যেতিয়া পঢ়াশুনাত মগ্ন হৈ থাকে তেতিয়া হেনো তেওঁ কলঙৰ পাৰে পাৰে ঘূৰি ফুৰি সকলো প্ৰকাৰৰ দুষ্টামিৰ নেতৃত্ব লয়। স্কুলৰ শিক্ষকসকলে তেওঁক শাসন কৰোতে ভীষণ অসুবিধা পাইছিল যদিও সকলোবোৰ পৰীক্ষাতে চমকপ্ৰদ ফল দেখুৱাই তেওঁ সকলোকে চমক লগাইছিল। স্কুলৰ বঁটা বিতৰণী সভাবোৰত তেৰেঁই আটাইতকৈ বেছি পুৰস্কাৰ লাভ কৰিছিল। ভাল আবৃত্তি কৰে বুলিও তেওঁৰ নাম আছিল। স্কুলীয়া অৱস্থাতে তেওঁ 'মেঘনাদ বধ' নাটকত অভিনয় কৰে। এইখনেই তেওঁ অভিনয় কৰা প্ৰথম নাটক। মেঘনাদ বধত তেওঁ মেঘনাদৰ, ডঃ অশ্বিনী বৰকাকতীয়ে প্ৰমিলাৰ আৰু শ্ৰীগোলোক বৰুৱাই লক্ষ্মণৰ অভিনয় কৰিছিল। বৰ্তমান কেন্দ্ৰীয় মন্ত্ৰী শ্ৰীদেৱকান্ত বৰুৱায়ো তেতিয়া চকুত লগা স্ত্ৰী অভিনয় কৰিছিল। তাৰ পিছত তেওঁ পৃথিবীৰাজ নাটকত অভিনয় কৰে।

পিয়লীৰ অভিনয় হ'ল ফুকনৰ অভিনয় জীৱনৰ আটাইতকৈ ডাঙৰ কীৰ্তি। এই নাটৰ উদ্ভাৱনো বিস্ময়কৰ। কেইজনমান নাট্যামোদীয়ে অসমীয়া নাটকৰ অভাৱ অনুভৱ কৰি উমৈহতীয়াকৈ এই নাটখন ৰচনা কৰে। এই সকলৰ ভিতৰত আছিল চন্দ্ৰ ফুকন আৰু (সৰ্বশ্ৰী) সাৰদা বৰদলৈ, যুগল দাস, দ্বিজেন গোস্বামী আৰু ৰবীন খাউণ্ড। ফুকনে কোৱা মতে সাতবাৰ সংশোধন কৰাৰ পিছতহে নাটকখন অভিনয় কৰাৰ উপযোগী হয়। কুঠৰীৰ আনাৰসৰ বাগিছাত, শিলঘাটৰ ডাকবাঙলাত ঘণ্টাৰ পিছত ঘণ্টা ধৰি আলোচনা কৰি এই নাটকখন সজাই পৰাই উলিওৱা হয়।

শক্তিশালী মঞ্চ অভিনেতা হিচাপে তেওঁৰ যি দৰে খ্যাতি আছে সেইদৰে আদৰ্শ সংগঠক আৰু সংস্কাৰক হিচাপেও তেওঁৰ খ্যাতি কম নহয়। নগাওঁ জিলাৰ পূব প্ৰান্তত অৱস্থিত পিচপৰা অঞ্চল কুঠৰীৰ তেওঁ সকলো প্ৰকাৰে উন্নতি কৰি থৈ গৈছে। সেই অঞ্চলৰ জনজাতীয় লোক সকলক মানত তেওঁ পিতৃৰ দৰে আছিল। কুঠৰী বুলিলে সাধাৰণতে মানুহে চন্দ্ৰ ফুকনকহে বুজে। চন্দ্ৰ ফুকন আৰু কুঠৰী এটা মুদ্ৰাৰে যেন দুটা পিঠি। সেই কুঠৰী আজি উদং। কেন্দ্ৰীয় মন্ত্ৰী, ৰাজ্যপাল বিভিন্ন দলৰ ৰাজনৈতিক নেতা, সাহিত্যিক, পণ্ডিত, শিল্পী আদিৰ পৰা আৰম্ভ কৰি সৰ্বসাধাৰণ লোক ফুকনৰ সেই বাসস্থানলৈ নিৰ্ভয়ে গৈছিল। তেওঁৰ বাসস্থানলৈ যোৱা মন্ত্ৰী, এম, এল, এ সকলে ওচৰৰ জনজাতীয় লোকসকলৰ খা-খবৰ নললে তেওঁ অভিমান কৰে। এইখিনিতে তেওঁ কোৱা কথা এটা মনত পৰিছে। বাপী নামৰ সৰু ছোৱালী এজনীক তেওঁ সৰুৰে পৰা মৰম কৰিছিল। এদিন ফুকনে ছোৱালীজনীক লগত লৈ এখন অনুষ্ঠানলৈ গৈছিল। তালৈ এজন বিশিষ্ট মন্ত্ৰীও আহিছিল। অনুষ্ঠানত উপস্থিত থকা সকলোবোৰেই ফুকনৰ সৈতে কথা-বাৰ্তা পাতিলে। মন্ত্ৰীজনে কিন্তু ফুকনক মাত এষাৰো নলগালে—অনুষ্ঠানৰ শেষত উলটি আহোঁতে বাপীয়ে তেওঁক সুধিলে যে "তোমাক দেখোন মন্ত্ৰীয়ে নামাতে মন্ত্ৰীবোৰ বাৰু ডাঙৰ মানুহ নেকি ?" বাপীৰ এই কথাষাৰ হেনো ফুকনে বহুত দিনলৈ পাহৰা নাছিল। বৰঞ্চ বাপীৰ মনৰ পৰা এই ভাব গুচাবৰ কাৰণে তেওঁ চিন্তা কৰিবলৈ ধৰিলে। এই উদ্দেশ্যে তেওঁ আন এজন মন্ত্ৰীক খাবলৈ নিমন্ত্ৰণ জনালে। আৰু বাপীক সেই মন্ত্ৰীজনৰ সৈতে পৰিচয় কৰি দিয়ালে। বীপাৰ মনৰ ধাৰণা হেনো সেইদিনাহে আঁতৰিল। বৰ্তমান যুগৰ নেতৃত্বৰ অভাৱ, দৃষ্টান্তৰ অভাৱ আৰু উদাহৰণৰ অভাৱ হোৱা প্ৰসংগত তেওঁ এই উদাহৰণটি আঙুলিয়াই দিছিল। সেই দিনা এই কথা কওঁতে অসম বিধান সভাৰ তাৰে সদস্য গৰাকীকে ধৰি বিশিষ্ট লোক সকল থকা মোৰ মনত আছে।

ফুকন অভিমানী আছিল আৰু আভিজাত্য তেওঁৰ ব্যক্তিত্বৰ বৈশিষ্ট্য আছিল। সেয়ে হলেও স্বাধীন মনোবৃত্তিৰ মানুহক নিতান্ত দৰিদ্ৰ হলেও তেওঁ ভাল পাইছিল। এদিন কথা প্ৰসংগতে কৈছিল—"মূলধন নোহোৱা জাতিয়ে মেহনত নকৰি কেৱল ভাগ্যক ধিয়াই থাকি কেতিয়াও উন্নতি কৰিব নোৱাৰে। হঠাৎ "পেট্ৰিয়ৎ" হবলৈ যোৱা মানুহ চামৰ প্ৰতিও তেওঁৰ সদায় আক্ষেপ। এনে এচাম মানুহৰ পৰাই আমাৰ সামাজিক আৰু ৰাজনৈতিক জীৱনত বিশৃংখলাৰ সৃষ্টি হয় বুলি তেওঁ প্ৰায়েই কয়।

তেওঁ ভাৱে অন্নৰ সমস্যা সমাধান কৰিব নোৱাৰা জাতি এটাই সংস্কৃতিৰ উন্নতি সধাও সম্ভৱ নহয়। দাৰিদ্ৰ্যৰ যেতিয়ালৈকে অন্ত নপৰে তেতিয়ালৈকে শিল্পী আৰু সাহিত্যিকবো জীৱনৰ লগত কৰা সংগ্ৰামৰ অন্ত নপৰিব বুলি তেওঁ কয়। বিভিন্ন সভা-সমিতিত বক্তৃতা দিওঁতে তেওঁ প্ৰায়ে শিল্পী সাহিত্যিক সকলক দাৰিদ্ৰ্যৰ বিৰুদ্ধে সংগ্ৰাম কৰিবলৈ আহ্বান জনায়।

নাটকৰ মাধ্যমেৰে জাতিৰ উচ্ছ্বাস সতেজ কৰি ৰাখিব পাৰি বুলি তেওঁ ভাবে। নাটকৰ কাঠিয়াতলী মঞ্চবোৰৰ উন্নতি সধাৰ ওপৰত তেওঁ প্ৰায়ে গুৰুত্ব দিছিল। তেওঁ জাতীয় নাট্যশালা, জাতীয় নাট্য সাহিত্য আৰু এটা কেন্দ্ৰীয় নাট-ঘৰ কৰাৰ সপোন দেখিছিল। তাৰ কাৰণে সংগঠন কৰাৰ উপাৰিও সংবিধানো হেনো ছাপা কৰিছিল। পিছে তেওঁৰ সপোন বাস্তৱত পৰিণত নহ'ল। মৃত্যুৰ কেইদিনমান আগেয়ে কলিয়াবৰৰ নাট্যপ্ৰেমী শ্ৰীক্ষিতীশ শৰ্মালৈ লিখা এখন চিঠিত লিখিছিল— 'বুজিছা, জীৱনত যিবোৰ সপোন দেখিছিলো নৰ্ফলিয়ালে। তাৰ ভিতৰত এটা কেন্দ্ৰীয় নাটঘৰৰ সপোন আছিল'। অসমৰ নাট্যামোদী ৰাইজে অসম সংগীত নাটক একাডেমীয়ে চন্দ্ৰ ফুকনৰ সেই সপোন বাস্তৱত পৰিণত কৰিবলৈ আগবাঢ়ি নাহিবনে চাগে ?

ইংৰাজী সাহিত্যৰ অনাৰ্ছ গ্ৰেজুৱেট তীক্ষ্ণধী চন্দ্ৰ ফুকনে সেই সময়ত উচ্চ পদস্থ চৰকাৰী চাকৰি এটা অনায়াসে লব পাৰিলেহেঁতেন। কিন্তু স্বাধীনমনা ফুকনে সেইবোৰলৈ হাবিয়াস নকৰি কুঠৰীত মাটিকঠালৰ ব্যৱসায় কৰি এটা ডাঙৰ আদৰ্শ দেখুৱাই থৈ গ'ল।

কুঠৰীৰ সেই বাসস্থানৰ বাৰণ্ডাখনৰ চুক এটাত বহি একান্ত মনে অধ্যয়ন কৰি থকা ফুকন, সেইখিনিতে বহি বিভিন্ন জনৰ সৈতে আলাপ কৰা ফুকন আৰু মাজে মাজে ৰবীন্দ্ৰ কবিতা আবৃত্তি কৰি থকা ফুকনৰ বিভিন্ন ভংগীবোৰলৈ আজি মনত পৰিছে।

---

# চন্দ্ৰ ফুকনৰ শেষ দিন কেইটা আৰু নগাঁও নাট্য মন্দিৰ

শ্ৰীৰমেশ ফুকন

"All greatman die on Friday"

শনিবাৰে পুৱা চাৰে পাঁচমান বজাত নগাঁও নাট্য মন্দিৰৰ সন্মুখত ওপৰত উল্লেখ কৰা কথাষাৰ কৈছিল শ্ৰদ্ধেয় শ্ৰীযোগেশ শৰ্মাই। তেতিয়া মনত এটা সৰু প্ৰশ্নৰ উদয় হৈছিল। তাৰ পিছত দিনৰ ১১ বজাৰ লগে লগেই নগাঁও নাট্যমন্দিৰ প্ৰাংগনত সমবেত হোৱা মানুহৰ সংখ্যা বৃদ্ধি হোৱাৰ লগে লগে মই অলপ আচৰিত হৈছিলোঁ।

অৱশেষত চন্দ্ৰ ফুকনৰ মৃতদেহ আহি নগাঁও পালেহি। সেয়া অজস্ৰ ফুলৰ মালা আৰু থোপাৰে সজ্জিত ধূপ-ধূনা-চন্দনৰ সৌৰভৰে সুশোভিত 'চন্দ্ৰ ফুকন : কবি, সাহিত্যিক, শিল্পী, প্ৰগতিশীল খেতিয়ক আৰু মহাপুৰুষ। ৰেকৰ্ড প্লেয়াৰত বাজি থকা গীতাৰ লংপ্লেয়ীং ৰেকৰ্ডে সৃষ্টি কৰা গাম্ভীৰ্য্যপূৰ্ণ পৰিবেশ, অসমৰ মুখ্যমন্ত্ৰীকে ধৰি বিশিষ্ট ব্যক্তি আৰু বিভিন্ন অনুষ্ঠানৰ মালাপ্ৰদান আৰু জাতিধৰ্ম দলমত নিৰ্বিশেষে হাজাৰ হাজাৰ পুৰুষ-মহিলাৰ সমাগমেৰে নগাঁও নাট্যমন্দিৰ প্ৰাংগণত সেইদিনা 'চন্দ্ৰ ফুকন মহাপুৰুষ হৈ গ'ল।

এটা কথা প্ৰথমবাৰৰ বাবে স্বীকৃত বা প্ৰমাণিত হ'ল 'চন্দ্ৰ ফুকন সঁচাকৈয়ে মহাপুৰুষ আছিল। কিন্তু চন্দ্ৰ ফুকনে সেই স্বীকৃতি পাবলৈ তেখেতৰ সৰ্বজন পৰিচিত নামটোৰ আগত চন্দ্ৰ বিন্দুৰূপী নিষ্ঠুৰ তিলকটো পৰিধান কৰিব লগা হ'ল।

এয়া আমাৰ দুৰ্ভগীয়া দেশখনৰ এটা অশুভ ঐতিহ্য। মৃত্যু গ্ৰহণ নকৰা-লৈকে অসমীয়া জাতিয়ে কাকো স্বীকৃতি নিদিয়ে। কাৰো প্ৰতিভাক, মহানুভৱ-তাক গ্ৰহণ নকৰে।

জীৱনৰ শেষ দিন কেইটাত 'চন্দ্ৰ ফুকনৰ সান্নিধ্যলৈ অহাৰ সুযোগেৰে এটা বৰ নিষ্ঠুৰ সত্য উপলব্ধি কৰাৰ দুৰ্ভাগ্য মোৰ আৰু নগাঁও নাট্য মন্দিৰৰ লগত জড়িত কেইজনমান ডেকাৰ হৈছিল। সেই সত্যটো হৈছে—মানুহজনৰ নিঃসংগতাবোধ। ব্যৱসায় আৰু সংস্কৃতি দুয়ো ক্ষেত্ৰতে চন্দ্ৰ ফুকনৰ জীৱনলৈ এটা যুগত সাফল্যৰ প্লাৱন আহিছিল। সেইটো যুগত পূৰ্ণিমাৰ পূৰ্ণচন্দ্ৰৰ দৰে দীপ্তমান চন্দ্ৰ ফুকনক চাৰিওকাষে অগণন নক্ষত্ৰই আৱৰি ৰাখিছিল। বুঢ় হলেও এই কথাটো সত্য যে চন্দ্ৰ ফুকনৰ সেই সাফল্যৰ যুগ ক্ষণস্থায়ী হ'ল। তাৰ অৱ-ধাৰিত ফলস্বৰূপেই চন্দ্ৰ ফুকনৰ চাৰিও কাষৰ গ্ৰহ নক্ষত্ৰবোৰ অন্তৰ্হিত হ'ল। দুৰ্ভাগ্য—চন্দ্ৰ ফুকনৰ উজ্জ্বলতাৰে ক্ষীণকৈ হলেও প্ৰতিভাত কোনো কোনো গ্ৰহ-নক্ষত্ৰই অন্যৰ্থক ৰাহুৰ ভূমিকা পালন কৰিবলৈও আগবাঢ়ি আহিল। তেখেতৰ সকলো কামনা-বাসনাৰ স্থল, সপোনৰ সৌধ নগাঁও নাট্য মন্দিৰ। এই মন্দিৰক সম্পূৰ্ণ কৰিবলৈ দলাদলি আৰু ক্ষমতাৰ কঢ়া-আজোৰাত এই মন্দিৰৰ প্ৰকৃত পূজা অৰ্থাৎ অভিনয় চৰ্চা বন্ধ হৈ নোযোৱাকে ৰাখিবলৈ জীৱনৰ শেষ দিন কেইটাত চন্দ্ৰ ফুকনে আপ্ৰাণ চেষ্টা কৰিবলৈ বাধ্য হৈছিল। কিবা অভিমানত নাট্য মন্দিৰৰ পৰা আঁতৰি যাব খোজা এচাম শিল্পীক আকৌ নাট্য মন্দিৰলৈ ঘূৰাই আনিবলৈ চেষ্টা কৰি সফল হৈছিল। শেষৰ ফালে তেখেতৰ সমবয়সী সতীৰ্থ-সকলৰ পৰা সঁহাৰি নাপাই—এচাম নতুন নাট্যানুৰাগী ডেকা-গাভৰুৰ ওপৰত নিৰ্ভৰ কৰি নাট্য মন্দিৰৰ মজিয়া সজীৱ কৰি ৰাখিবলৈ তেখেতে চেষ্টা কৰিছিল। সেই চাম ডেকা-গাভৰু—জ্ঞানদা, সদানন্দ, নিতু, অহীন্দ্ৰ, পুলিন বৰা, জীৱন শই-কীয়া আদি আছিল—তেখেতৰ শেষ দিন কেইটাৰ সংগী। যোৱা ১৩ ডিচেম্বৰত '৭০ তেখেতৰ প্ৰিয় অভিনেতা জ্ঞানদা বৰাৰ বিয়াৰ দিনা দৰাৰূপী বৰাৰ পৰা চন্দ্ৰ ফুকনে দুটা প্ৰতিশ্ৰুতি আদায় কৰিছিল। সেই দুটা হ'ল—বিয়াৰ পাছতো অভিনয় কৰি থাকিব লাগিব আৰু নগাঁও নাট্য মন্দিৰ কেতিয়াও এৰিব নোৱাৰিব।

যোৱা ৫ জুলাই '৭১ সন্ধিয়া অশেষ চেষ্টা আৰু কৌশলেৰে নগাঁও নাট্য মজিয়ালৈ মুহূৰ্তৰ বাবে অনা প্ৰাক্তন মুখ্যমন্ত্ৰী চৌধুৰী দেৱক অথবা চলি থকা



'উপপথ' নাটকৰ এটা দৃশ্যৰ অথবা দেখুৱাৰ অন্তত সন্মুখত বহুৱাই লৈ নাট্য মন্দিৰৰ কাৰণে সাহায্যৰ আবেদন আৰু তাৰ যথাৰ্থ প্ৰমাণ কৰিবলৈ প্ৰায় আধা ঘ'টা ধৰি কৰা আলোচনাৰ মাজেদি ফুটি উঠা চন্দ্ৰ ফুকনৰ ব্যক্তিত্বৰ উজ্জ্বলতা সেইদিনা নাট্য মন্দিৰত উপস্থিত থকা সকলে পাহৰিব নোৱাৰে।

নিজৰ অপূৰ্ণ আশাবোৰ বুকুতে সাৱটি কোনোবা অজান দেশলৈ আঁতৰি যোৱাৰ সময় যে প্ৰায় হৈ আহিছে তাক উপলব্ধি কৰিয়েই হয়তো চন্দ্ৰ ফুকনে নতুন পুৰুষ পুলিন বৰাহ'তৰ অকণমান আলোচনীখনলৈ এটি শুভেচ্ছা বাণী লিখিছিল—

"মই এটি গছপাত  
হালধীয়া,  
সৰি যাম শীতৰ শেষত,  
তোমালোক কুঁহিপাত  
সেউজীয়া  
জুমি চাবা নতুন বেশত  
আৰু শুনা—  
আজিৰ মৃত্যুত হয় কালিৰ উদয়  
কালিৰ মৃত্যুত হয়  
নৱ সূৰ্যোদয়।

নিসংগ চন্দ্ৰ ফুকনে কবিতাৰ মাজেৰে জোনবাইৰ দেশত পিক্‌নিক্ খাবলৈ লগ ধৰিছে। তেখেতৰ সম্পদ বন্ধু কন্যা মৰমৰ ভাগিন পিলক (ৰবীণ শৰ্মা) কৈছে ঃ "যাবিনেকি তয়ো পিল জোনবাইৰ দেশলৈ ? পিক্‌নিক্ খাবলৈ" ?

আকৌ চন্দ্ৰ ফুকনে পিললৈকে নতুন বছৰৰ শুভেচ্ছা জনাই লিখে—

"কেতিয়াবা মনত খেলালে  
মই লিখোঁ কবিতা দুশাৰী  
তাত থাক তই আৰু বাপী—আৰু থাকে  
অলপ বেতন পাই— বোছ খোৱা দাবী  
মোৰ সেই ভৃত্য ৰামলাল।"

পিল, তেখেতৰ কুঠৰীৰ চুবুৰীয়া বন্ধু বাপী আৰু ভৃত্য ৰামলালৰ দৰে সৰু মানুহবোৰৰ সৰল সান্নিধ্যত প্ৰতাৰণা সম্ভাৱনা নেদেখা চন্দ্ৰ ফুকনে সিহঁতৰ মাজলৈ হয়তো পলাই আহিব খুজিছিল —এখন হিংসা স্বাৰ্থপৰতা আৰু প্ৰতাৰণাৰ জগতৰ পৰা।

শেষ দিন কেইটাত 'চন্দ্ৰ ফুকনৰ আমোলাপট্টিৰ বাসভৱনৰ সঙ্গী আৰু নাট্য মন্দিৰৰ সতীৰ্থ হৈ পৰা (সৰ্বশ্ৰী) গোলোক বৰুৱা, জ্ঞানদা বৰা, সদানন্দ, পৱিত্ৰ বৰকাকতী তত্ত্বাৱধায়ক, যজ্ঞেশ্বৰ শৰ্মা, হৰেণ শৰ্মা, পুলিন বৰা, জীৱন শইকীয়া আদি দুজনমানহে বোধকৰো নাট্যমন্দিৰৰ প্ৰতি তেখেতৰ অগাধ ভালপোৱা আৰু মন্দিৰৰ ভিতৰুৱা দুভাৰ্গ্যজনক পৰিস্থিতিত তেখেতৰ অন্তৰৰ হাঁহাকাৰক উপলব্ধি কৰিছিল।

যোৱা ১৫ আগষ্টৰ নিশা নাট্য মন্দিৰত মঞ্চস্থ হোৱা 'উপপথ' নাটকত জীৱনৰ শেষ অভিনয় কৰাৰ স্পৃহাৰে তেখেতে অথবা কৰিছিল অসুস্থ দেহাৰেই। কোনো কোনো দৃশ্যত নিজৰ অসুস্থতাৰ কথা পাহৰি প্ৰাণৰ সম্পূৰ্ণ আৱেগ ঢালি অভিনয় কৰিবলৈ চেষ্টা কৰাৰ সময়ত মঞ্চত উপস্থিত থকা সকলে তেখেতৰ নিৰাপত্তাৰ প্ৰতি উৎকণ্ঠিত হৈ পৰিছিল। অৱশ্যে অসুখ বেছি হোৱাৰ কাৰণে অভিনয় কৰিব নোৱাৰিলে; আনকি অভিনয়ৰ দিনাও তেখেতে নাট্য মন্দিৰত উপস্থিত থাকিব নোৱাৰিলে। তথাপি আমাৰ সৌভাগ্য তেখেতৰ জীৱনৰ শেষ অভিনয় আমি দেখা পালো। চন্দ্ৰ ফুকন মহাপুৰুষ আছিল নে নাই সেই প্ৰশ্ন আজি অবান্তৰ। কিন্তু তেখেত প্ৰকৃততে এজন মঞ্চ শিল্পী আৰু মঞ্চপ্ৰেমীক যে আছিল—সেইটো নিসন্দেহ। আৰু তেখেতৰ সেই প্ৰেম কেন্দ্ৰীভূত হৈছিল—নিসন্দেহে নগাঁও নাট্য মন্দিৰৰ মজিয়াত। সেই অস্বাভাৱিক প্ৰেমৰ ফলাফল সময়ে বিচাৰ কৰিব।

অসুস্থ, দুৰ্বল চন্দ্ৰ ফুকনক মানসিক ভাৱে হত্যা কৰিবলৈ চেষ্টা কৰি তেখেতৰ শেষ দিনকেইটা দুৰ্বহ কৰি তোলাৰ প্ৰায়শ্চিত হিচাপে আমি যদি মন্দিৰৰ ঐক্য সংহতি ৰক্ষা কৰি এই মন্দিৰক প্ৰকৃত সংস্কৃতি সেৱাৰ পীঠ স্থানৰূপে গঢ়ি তুলিব পাৰো, তেতিয়াহে 'চন্দ্ৰ ফুকনৰ আত্মা পুনৰ আশা আৰু সাফল্যৰ হাঁহিৰে জিলিকি উঠিব। নহলে মৃত্যুৰ পিচত ফুল, চন্দন, প্ৰশস্তিৰে মানুহে চন্দ্ৰ ফুকনক মহাপুৰুষ কৰাৰ প্ৰচেষ্টাৰ কোনো স্থায়ী মূল্য নেথাকিব।

———

# মনত পৰিছে

শ্ৰীকাশীপ্ৰসাদ বিহানী

আমি ফুকনদেৱক হেৰুৱাই অন্তৰত যি দুখ আৰু আঘাত পাইছোঁ তাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰো। প্ৰায় ২৫ বছৰ আগৰ কথা। মোৰ তেখেতৰ লগত প্ৰথম চিনাকি হয়। তেখেত এজন সুকবি-সাহিত্যিক-নাট্যকাৰ আৰু নাট্যপ্ৰেমী আছিল। তেখেতৰ লগত কথা পাতি প্ৰথম দিনাই মই বৰ মুগ্ধ হৈছিলো। তেখেতৰ এটি মহৎ গুণ আছিল যে তেখেতে সকলোকে সমভাৱে শ্ৰদ্ধা আৰু প্ৰেৰণা যোগাব পাৰিছিল।

১৯৪৯ চনত, আজিৰ পৰা প্ৰায় ২৩ বছৰ আগত ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ আলমত যুগুত কৰা 'বিপ্লবী'ৰ কাম হাতত লওঁ। সেই সময়ত তেখেতেই এজন প্ৰখ্যাত contractor আছিল। মই তেখেতক বিপ্লবীৰ প্ৰধান নায়কৰ ভাও লবলৈ অনুৰোধ কৰিছিলো। তেতিয়া তেখেতে এই ছবিত আৰু কোনে ভাও লব সুধিছিল। মই কলো 'জগত বেজবৰুৱা, সাৰদা বৰদলৈ আদিক লোৱাৰ কথা আছে। তেখেতে সম্মতি জনালে। outdoor shooting আৰম্ভ হ'ল। নগাওঁৰ নানা ঠাইত দৃশ্য লোৱা হ'ল। বিশেষকৈ বাৰপুজীয়া, বড়মপুৰ, আমচৈত য'ত ১৯৪২ চনত বৃটিছৰ পাশৱিক অত্যাচাৰ চলিছিল। লগতে 'গোপীনাথ বৰদলৈ, 'মতিৰাম বৰাদেৱ আদিৰো shooting লোৱা আৰম্ভ হ'ল।

তাৰ পিচত আমি indoor shooting ৰ কাৰণে কলিকতালৈ যাওঁ, তাত থকা কালত তেখতৰ গুণসমূহ দেখি মই আচৰিত হৈছিলো। বিশেষকৈ তেখেতৰ কৰ্মকুশলতা। তেখেতে সকলো কাম সুচাৰুৰূপে কৰি দিছিল। তেখেতৰ সুন্দৰ স্বাস্থ্য, সুদৰ্শন চেহেৰা Acting, shooting ৰ সময়ত studio অৰ মানুহে ৰ লাগি চাই আছিল। সেই সময়ত অন্য floor অত shooting কৰি থকা

খ্যাতনামা পৰিচালক সত্যজিৎ ৰায়, তপন সিংহ আদিয়েও মাজে সময়ে আহি চাই গৈছিল আৰু ফুকনদেৱৰ Acting আৰু ধুনীয়া চেহেৰাৰ প্ৰশংসা কৰিছিল। তেখেত সকলেও ফুকনক লোৱা কথা ভাবিছিল।

Indoor আৰু out door shooting অৰ সময়ত তেখেতে মোৰ লগত হাঁহি ধেমালি কৰিছিল। তেখেতৰ কথাত সদায় এটা মধুৰ ৰস আছিল। shooting শেষ হোৱাৰ দুদিন আগতে কৈছিল— "বিহানী, কাম শেষ হলে আপুনি এটা ভোজ দিব লাগিব দেই ? সঁচাকৈয়ে তেখেতৰ কিমান ভাল লগা কথা। সেইদৰে ময়ো কলিকতা মহানগৰীৰ হোটেলত এটা ভোজ পাতিছিলো। তেখেতৰ লগত প্ৰায়েই নানা ধৰণৰ কথা পাতো। তেওঁ প্ৰায় সময়তে কেৱল নগাঁও নাট্য মন্দিৰৰ কথা পাতে, কেনেকৈ এটি আধুনিক ধৰণৰ নাট্য মন্দিৰ গঢ়ি তুলিব পাৰি। সঁচাকৈয়ে নগাওঁ নাট্য মন্দিৰৰ প্ৰতি তেখেতৰ বিশেষ আকৰ্ষণ আছিল। তেখেতৰ এই আপ্ৰাণ চেষ্টাত আৰু পৰিশ্ৰমৰ বিনিময়ত এই নাট্য মন্দিৰ গঢ়ি উঠিছে।

এদিন তেখেতে মোক নাট্য মন্দিৰলৈ চাহৰ নিমন্ত্ৰণ দিলে। মই গলো। চাহ খোৱাৰ পাচত তেখেতে এই মন্দিৰৰ সকলোবোৰ দেখুৱালে। মোৰ চাই বৰ ভাল লাগিছিল। ফুকনদেৱে মোক দুঃখেৰে কৈছিল যে— "আমাৰ এটা বস্তুৰ বৰ প্ৰয়োজন যিটো সকলোৱে ওচৰত বিচাৰিব নোৱাৰো। আপুনি এজন কলাপ্ৰেমী আৰু আপোনাৰ অন্তৰ মই জানো। মই তেতিয়া কলো কওঁকচোন আপোনাৰ কি বস্তুৰ প্ৰয়োজন ? তেতিয়া ফুকনদেৱে কলে আমাক এখন ধুনীয়া screen লাগে। তেখেতৰ এই মৰমী কথা আৰু ব্যৱহাৰত মই বৰ মুগ্ধ হৈছিলো । ময়ো কলিকতাত বিচাৰি এটা ভেলভেটৰ screen ৰ কাপোৰ আনি তেখেতৰ হাতত দিলো। বস্তুটো দেখাত বৰ ধুনীয়া আছিল। তেখেতৰ কি অপাৰ আনন্দ।

কিছুদিন যোৱাৰ পাছত থিয়েটাৰ চাবলৈ নিমন্ত্ৰণী চিঠি এখন পালো। থিয়েটাৰ চাবলৈ গলো। দেখিলো সেই কাপোৰেৰে সুন্দৰ পৰ্দা এখন বনাই artistically fit কৰিছে, লগতে দেখিবলৈ পালো এটা কাষত মোৰ নামটো। মই অলপ আচৰিত হলো কাৰণ মোৰ নামটো দিয়াৰ কথা নাছিল। ইতি-মধ্যে ফুকনদেৱে মোৰ কাষত থকা চকিখনত বহিলহি, মই তেখেতক সুধিলো— আপুনি এইটো কি কৰিলে ? তেখেতে কলে— "মই যি ভাল দেখিছো তাকেই



কৰিছো। ইয়াৰ পৰা বুজা যায় তেখেতৰ মন কিমান উদাৰ, সৰল, পবিত্ৰ আছিল। এইজনা মহান ব্যক্তিৰ গুণৰ সীমা নাই। তেখেতৰ পৰলোকত অকল অসমৰেই নহয় ভাৰতৰো ক্ষতি হৈছে। মই ভাবো যে তেখেতৰ গুণ গান গালেই নহব তেখেতৰ আধৰুৱা কামখিনি সম্পূৰ্ণ কৰিলেহে তেখেতৰ প্ৰতি শ্ৰদ্ধা দেখুওৱা হ'ব আৰু এই মন্দিৰত এনেকুৱা সুন্দৰ স্মৃতি নিৰ্মাণ কৰিব লাগে যাতে তেখেতৰ স্মৃতি অমৰ হৈ থাকে। শেষত শিল্পী গৰাকীৰ প্ৰতি মোৰ শ্ৰদ্ধাঞ্জলি আৰু তেখেতৰ আত্মাৰ সদগতি কামনা কৰিলো ॥

---

# চন্দ্ৰ-জ্যোতি

শ্ৰীশেখৰ জ্যোতি ভূঞা

অসমৰ সংস্কৃতিৰ আকাশত অগণন নক্ষত্ৰ থাকিলেও তেওঁলোকৰ জ্যোতি আমি জীৱিত কালত দেখা নেপাওঁ। স্বীকৃতি আৰু প্ৰচাৰৰ অভাৱত তেওঁলোকে যিমান দুখ পায় আমি অসমীয়াই তাতোকৈ অধিক অৱদান তেওঁলোকৰ পৰা হেৰুৱাও। জীৱিত কালত সা-সুবিধা নিদি মৃত্যুৰ পিচত কৰা গুণ-গানে সেই শিল্পীজনাৰ অন্তৰত জানো শান্তি দিয়ে ? অসমীয়া গুণী শিল্পীয়ে পেন্সন উপযুক্ত সন্মান, আদৰ, অৰ্থনৈতিক সা-সুবিধা নেপায়। এইখিনি কথা অসমৰ বহু শিল্পীৰ গাত খাটে। অসমীয়া শিল্পীয়ে বতাহ খায় জীয়াই থাকিব লাগে। আনহাতে শিল্পীয়ে টকা-পইচাতকৈও প্ৰথমে বিচাৰে ৰাইজৰ আদৰ।

অসমৰ নাট্য জগতৰ শীৰ্ষস্থানীয় শিল্পী স্বৰ্গীয় চন্দ্ৰ ফুকনৰ বিষয়ে লিখিবলৈ লৈ ভাবিছো– আমি জীৱিত কালত তেওঁক কি দিলো ? অসমৰ মঞ্চ জগতত যি গৰাকী বলিষ্ঠ শিল্পী অভিনয় প্ৰতিভাৰে অমৰ হৈ আছে আৰু যিজনৰ ত্যাগ আৰু আশাশুধীয়া প্ৰচেষ্টাত 'নগাওঁ নাট্য মন্দিৰ' গঢ়ি উঠিছে, সেইজনেই চন্দ্ৰ ফুকন। তেওঁ আছিল আমাৰ অতি মৰমৰ, অতি শ্ৰদ্ধাৰ, অতি আপোন, একেধাৰে সু-অভিনেতা, নাট্যকাৰ, পৰিচালক আৰু কবি। আমাক আজি দুবছৰৰ আগতে এৰি যোৱা এই বহুমুখী প্ৰতিভাসম্পন্ন শিল্পী গৰাকীলৈ মৃত্যু বাৰ্ষিকীৰ দিনা শ্ৰদ্ধাৰে নিবেদন কৰিছো।

যি এবাৰ স্বৰ্গীয় চন্দ্ৰ ফুকনৰ অভিনয় দেখিছে তেওঁ অভিনেতা গৰাকীক আজীৱন পাহৰিব নোৱাৰে। তেওঁ আছিল এজন সু-বক্তা। তেওঁ যি বিষয়ে কৈছিল বা যি চৰিত্ৰ অভিনয় কৰিছিল তাতে একেবাৰে মন-প্ৰাণ ঢালি দিছিল।



তেওঁৰ অসাধাৰণ ব্যক্তিত্বই সকলোকে মুগ্ধ কৰিছিল। স্বৰ্গীয় ফুকনে ডঃ ভূপেন হাজৰিকালৈ লিখা এখন চিঠিত নিজৰ বিষয়ে এইবুলি কৈছিল, "........ মোৰ জীৱন যুঁজৰ ৰণ-বিৰতি হোৱা নাই। কিন্তু ময়ো ৰণক্লান্ত হোৱা নাই। —এইটো মোৰ ভেম নে অহংকাৰেই কব নোৱাৰো। মই দেখোন মহাভাৰতৰ অৰ্জ্জুনৰ দৰে কৃষ্ণক আগত সাৰথি কৰি ৰণ জিকাতকৈ কৰ্ণৰ দৰে বহুত শাওপাত আৰু অভিশাপ মূৰত লৈ ৰণ কৰি পৰাজয় বৰণ কৰাটোকে যেন বেছি ভাল পাওঁ—"—এই-যাৰি কথাই স্বৰ্গীয় চন্দ্ৰ ফুকনৰ শিল্পী জীৱনৰ সাধনা আৰু সংগ্ৰামৰ কথাকে সূচায়। তেওঁ অভিনয় আৰু নাটক সম্বন্ধে দেশী-বিদেশী নানান কিতাপ অধ্যয়ন কৰি গভীৰ জ্ঞান অৰ্জ্জন কৰিছিল। ৰাজনীতিৰ জ্ঞান প্ৰচুৰ থাকিলেও নিজকে ৰাজনীতিৰ পৰা আঁতৰাই ৰাখিছিল, অভিনয়ৰ পৰা আঁতৰি আহিব লগা হয় বুলি।

নগাৱঁত তেতিয়া স্বৰ্গীয় চন্দ্ৰ ফুকন, শ্ৰীসাৰদা বৰদলৈ আৰু শ্ৰীযুগল দাসৰ যুগ। এই ত্ৰি-মূৰ্ত্তিয়ে একেলগে নাট লিখি অভিনয় কৰি মানুহৰ মনত এক অমৰ চাপ বহুৱালে। তেওঁলোকে যুগ্মভাৱে লিখা "পিয়লি ফুকন' অসমৰ এখন শ্ৰেষ্ঠ বুৰঞ্জীমূলক নাট। স্বৰ্গীয় ফুকনে "পিয়লি ফুকনৰ' ভাও অতি সুখ্যাতিৰে ৰূপায়িত কৰিছিল। তেওঁলোকে এই নাটকৰ যোগেদি বৃটিছ সাম্ৰাজ্য-বাদৰ বিৰুদ্ধে ৰাইজক উদ্বুদ্ধ কৰিছিল।

স্বৰ্গীয় চন্দ্ৰ ফুকনৰ বিষয়ে লিখিবৰ বাবে পুৰণি কথা জানিবলৈ মই শ্ৰদ্ধেয় শ্ৰীসাৰদা বৰদলৈৰ কাষ চাপিলো। তেওঁ চকু চলচলিয়া কৰি মোক কলে, "চন্দ্ৰৰ বিষয়ে কবলৈ ইমান কথা আছে যে কৈ অন্ত কৰিব নোৱাৰি। ক'ৰ পৰা আৰম্ভ কৰো ? বাৰু শুনি যোৱা।" শ্ৰীবৰদলৈৰ মুখৰ পৰা শুনি গলো তেওঁৰ বন্ধু স্বৰ্গীয় চন্দ্ৰ ফুকনৰ বিষয়ে কোৱা কথাবোৰ। ঃ—

"চন্দ্ৰ ফুকন শ্ৰদ্ধেয় শ্ৰীবৰদলৈতকৈ ৮।৯ বছৰৰ সৰু যদিও দুয়ো বৰ অন্তৰঙ্গ বন্ধু। জীৱনৰ আন দিশত দুয়োৰে মিল নেথাকিলেও অভিনয়ৰ দিশত দুয়ো নলে গলে লগা। নাটক বছা, অথবা কৰা, অভিনয় কৰা এইবোৰতেই জীৱনৰ বেছি ভাগ সময় পাৰ কৰি দিছিল। শ্ৰীগোলোক বৰুৱাৰ আগফালৰ চ'ৰা ঘৰ-টোৱেই আছিল তেওঁলোকৰ আলোচনাৰ ঘৰ।

অসমৰ বুৰঞ্জী খ্যাত নাওবৈচা ফুকনৰ পৰিয়ালত ১৯০৯ চনৰ ২৭ আগষ্ট তাৰিখে নগাওঁৰ আমোলাপট্টিত জন্ম লাভ কৰি স্বৰ্গীয় চন্দ্ৰ ফুকন নিজেই অসমীয়া সংস্কৃতিৰ নায়ক হৈ পৰিল। ১৯২৮ চনত নগাওঁ চৰকাৰী বিদ্যালয়ৰ পৰা প্ৰৱেশিকা পাছ কৰি কটন কলেজ আৰু কোচবিহাৰ কলেজৰ পৰা ইংৰাজীত অনাৰ্ছ লৈ বি-এ পাচ কৰে। কিন্তু স্বাধীনচিতীয়া চন্দ্ৰ ফুকনে কুঠৰীত বোজা নলেগৈ। স্বাৱলম্বী ফুকনে সেই কুঠৰীতে ১৯৩৬ চনৰ পৰা নিজে কোৰ লৈ আনাৰসৰ বাগিচা খুলিলে 'ফল সংৰক্ষণ উদ্যোগ' খোলাৰ মানসেৰে। পিচলৈ গৈ বাগিচা ডাঙৰ কৰিলে আৰু বহু খনুৱা লোকৰ জীৱিকাৰ পথ ওলাল। তেওঁ সমাজপ্ৰিয় আছিল। তেওঁ বাসকৰা কুঠৰী গাওঁখনৰ সমাজ ব্যৱস্থা উন্নত কৰিবলৈ চেষ্টা কৰিছিল। তেওঁ তাত বাস কৰা মানুহবিলাকক অন্তৰ উজাৰি মৰম কৰিছিল। সেইকাৰণেই ওচৰত বাস কৰা সহজ-সৰল মিকিৰ ভাই-ভনী সকলৰ বুকুৰ মানুহ হৈ পৰিছিল চন্দ্ৰ ফকন। কুঠৰীত সৰ্বসাধাৰণৰ মাজত শিক্ষা বিস্তাৰৰ কাৰণে অশেষ যত্ন কৰি গঢ়ি তুলিলে এখনি উচ্চ ইংৰাজী বিদ্যালয়। তেওঁ সৰু কুঠৰী গাওঁখনক অসমৰ মেপত এটি সুন্দৰ বিন্দু কৰিবলৈ বিচাৰিছিল।

স্বৰ্গীয় ফুকনৰ অভিনয় প্ৰতিভা পোন প্ৰথমে আবিষ্কৃত হয় নগাওঁ চৰকাৰী বিদ্যালয়ৰ বঁটা বিতৰণী সভাত। সেই সভাত কৰা আবৃত্তিয়ে শিশু চন্দ্ৰ ফুকনৰ উজ্বল ভৱিষ্যতৰ ইঙ্গিত দিয়ে। সুন্দৰ চেহেৰা, সুন্দৰ ভাষা, আকৰ্ষণীয় প্ৰকাশভঙ্গী অভিনয় কুশলতা আদি গুণ জিলিকি উঠে সেই শিশুৰ গাত। স্বৰ্গীয় জগত বেজবৰুৱাই ফুকনক লগত ৰাখি অভিনয় শিকালে। সেই সময়ত স্বৰ্গীয় বেজবৰুৱাই সূৰ্যৰ কিৰণৰ দৰে নগাওঁ নাট্য মন্দিৰ তথা গোটেই অসম পোহৰাই তুলিছিল। স্বৰ্গীয় বেজবৰুৱাই স্বৰ্গীয় ফুকনক সেই সময়ৰ নাটকবোৰৰ নাৰী চৰিত্ৰ ৰূপায়ণত লগাইছিল।

স্বৰ্গীয় ফুকনে লাহে লাহে নগাওঁ নাট্য মন্দিৰৰ নাৰী চৰিত্ৰৰ প্ৰধান ভূমিকাত অৱতীৰ্ণ হবলৈ ধৰে। শ্ৰীগোপাল বৰাৰ 'শ্ৰীৰাম চন্দ্ৰ' নাটকত 'সীতাৰ' অভিনয়ত বিশেষ সাফল্য অৰ্জণ কৰিলে। তেতিয়ালৈকে শ্ৰীসাৰদা বৰদলৈৰ লগত ফুকনৰ পৰিচয় হোৱা নাছিল। তেওঁ স্বৰ্গীয় ফুকনৰ কথা শুনিছিলহে। এবাৰ কলিকতাৰ পৰা বন্ধত ঘৰলৈ আহোতে বৰদলৈয়ে গম পালে নগাঁও নাট্য



মন্দিৰত 'শ্ৰীৰামচন্দ্ৰ' হৈছে আৰু সীতা—চন্দ্ৰ ফুকন। তাতে গৈ বৰদলৈয়ে স্বৰ্গীয় ফুকনৰ সৈতে চিনাকি হ'ল। তাৰ পিচৰ পৰা দুয়ো নলেগলে লগা বন্ধু হৈ পৰিল। বয়সৰ পাৰ্থক্যই মনৰ মিলক বাধা দিব পৰা নাছিল। শ্ৰীগোপাল বৰাৰ দ্বাৰা অনুদিত 'কৰ্ণাৰ্জ্জুন' নাটকত প্ৰধান স্ত্ৰী চৰিত্ৰ 'পদ্মাৰ' চৰিত্ৰটো ফুকনে সু-অভিনয় কৰিছিল।

স্বৰ্গীয় ফুকনৰ সৈতে তেওঁৰ অন্তৰঙ্গ সতীৰ্থ সকলে অভিনয় সম্পৰ্কে আলোচনা কৰোতে প্ৰায়ে মতানৈক্য হৈছিল। এই মতানৈক্য আছিল সজীৱতাৰ লক্ষণ। ওপৰত কৈ অহা হৈছে যে শ্ৰীগোলোক বৰুৱাৰ আগফালৰ চ'ৰা ঘৰৰ আলোচনাতেই স্বৰ্গীয় ফুকন, শ্ৰীসাৰদা বৰদলৈ আৰু যুগল দাসৰ যুগ্ম লিখনীৰ অপূৰ্ব সৃষ্টি 'পিয়লি ফুকন' নাটক। 'পিয়লি ফুকন'ৰ নাম ভূমিকাত বলিষ্ঠ আৰু অপূৰ্ব অভিনয় কৰি স্বৰ্গীয় ফুকন বিখ্যাত হৈ পৰিল। তেওঁৰ জীৱনৰ শ্ৰেষ্ঠ অভিনয় 'পিয়লি ফুকন'ৰ চৰিত্ৰ। বহুবাৰ মঞ্চস্থ হৈছিল এই নাটক— ৰাইজৰ অনুৰোধত।

'চন্দ্ৰ গুপ্ত' নাটকত 'চাণক্য'ৰ ভাওত চন্দ্ৰ ফুকনে বৰ সুন্দৰ অভিনয় কৰিছিল। সেই সময়ত নগাঁৱৰ উপায়ুক্ত শ্ৰীৱবীন খাউন্ড আৰু কামৰূপৰ উপায়ুক্ত নগেন ফুকনে চন্দ্ৰ ফুকনৰ অভিনয় দেখি মুগ্ধ হৈছিল। গুৱাহাটীৰ ভাস্কৰ নাট্য মন্দিৰতো 'পিয়লি ফুকন' নাট স্বৰ্গীয় চন্দ্ৰ ফুকন আৰু সতীৰ্থসকলে অভিনীত কৰি দৰ্শকৰ ভূয়সী প্ৰশংসা লাভ কৰে। স্বৰ্গীয় গোপীনাথ বৰদলৈয়ে অভিনয় চাই মুগ্ধ হয়। বিলাতৰ পৰা অহা শেক্সপীয়েৰ নাট্য গোষ্ঠীয়েও এই অভিনয় দেখি অভিভূত হৈছিল।

'চিৰাজদ্দৌলা' নাটকৰ 'চিৰাজদ্দৌলা'ৰ চৰিত্ৰত জীৱন্ত অভিনয় কৰিছিল স্বৰ্গীয় ফুকনে। জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'কাৰেঙৰ লিগিৰী' নাটকৰ 'সুন্দৰ কোঁৱৰৰ ভূমিকাত সাৱলীল অভিনয় কৰিছিল ফুকনে। তেওঁ শোনিত কুঁৱৰী নাটত 'অনিৰুদ্ধ'ৰ ভাৱতো সুন্দৰ অভিনয় কৰিছিল।

স্বৰ্গীয় চন্দ্ৰ ফুকনে তেওঁৰ বন্ধু নাট্যকাৰ শ্ৰীসাৰদা বৰদলৈ ৰচিত 'সেই ৰাটৌদ' নাটকত 'চিত্ৰগুপ্ত বৰুৱা'ৰ চৰিত্ৰত বাস্তৱধৰ্মী অভিনয় কৰিছিল। এই নাটকৰ জৰিয়তে অসমৰ ৰঙ্গমঞ্চলৈ আধুনিক দৃশ্যসজ্জাৰ শুভাগমন ঘটিছিল শিল্পী শ্ৰীযুগল দাসৰ চেষ্টাৰ ফলত ।

স্বৰ্গীয় চন্দ্র ফুকন অসমৰ ৰঙ্গমঞ্চত সহ-অভিনয় স্থাপনত গুৰিধৰোতা সকলৰ ভিতৰত এজন প্ৰধান সৈনিক। নগাঁও নাট্য মন্দিৰক তেওঁ প্ৰাণতকৈও অধিক ভাল পাইছিল। ইয়াৰ উন্নতিৰ অৰ্থে দেহেকেহে খাটিছিল। আধুনিক সাজ-সজ্জাৰে নগাঁও নাট্য মন্দিৰ সজ্জিত কৰাটো তেওঁৰ সপোন আছিল। এই সপোনৰ বহুখিনি তেওঁ বাস্তৱলৈ আনিলে। নগাঁও নাট্য মন্দিৰত তেৰেঁই পোন প্ৰথম শব্দযন্ত্ৰ ব্যৱহাৰ কৰে বোধহয়। তেওঁ সদায় সময়ৰ লগত খোজ মিলাই চলিছিল। নগাঁৱৰ ৰঙ্গমঞ্চক এটি জাতীয় ৰঙ্গমঞ্চলৈ ৰূপান্তৰিত কৰি 'চেণ্ট্ৰেল থিয়েটাৰ হল' প্ৰতিষ্ঠা কৰা তেওঁৰ বৰ ইচ্ছা আছিল। অসমত জাতীয় নাট্যশালা স্থাপন কৰাটোও তেওঁৰ কল্পনা আছিল।

শেষৰ ফালে 'বেউলা' নাটকত ফুকনে 'চান্দ সদাগৰ'ৰ চৰিত্ৰটি স্বকীয় বৈশিষ্ট্যৰে ৰূপায়িত কৰিছিল। তেওঁ শ্ৰীপ্ৰফুল্ল বৰাৰ 'উপপথ' নাটকৰ 'নাট্যকাৰ দীননাথ'ৰ প্ৰতি আকৃষ্ট হয়। সেয়ে স্বৰ্গীয় ফুকনে মঞ্চ আৰু বোলছবিৰ শিল্পী শ্ৰীজ্ঞানদা বৰাৰ পৰিচালনাত 'উপপথ' নাটকত 'নাট্যকাৰ দিননাথ'ৰ চৰিত্ৰটি ৰূপায়িত কৰিবলৈ অথৰাও কৰিছিল। কিন্তু অসুস্থতাৰ বাবে ই হৈ নুঠিল।

---

# চলচ্চিত্ৰ-জগতত

স্বৰ্গীয় ফুকনে "বিপ্লবী" আৰু "পাৰঘাট" নামৰ দুখন অসমীয়া বোল-ছবিত অভিনয় কৰিছিল। কিন্তু তেওঁ মঞ্চত অভিনয় কৰিবলৈহে বেছি ভাল পাইছিল। এই বিষয়ে শ্ৰীসাৰদা বৰদলৈয়ে সোধাত তেওঁ কৈছিল "হেৰা বৰ ভুৱাহে, নিষ্প্ৰাণ যেন লাগে। আমাৰ ৰঙ্গমঞ্চই ভাল দিয়া, জীৱন্ত মানুহ, জীৱন্ত মানুহৰ সংস্পৰ্শত জীৱন্ত হৈ উঠে সকলো মুহূৰ্ত। প্ৰাণৰ এটা উদ্যম জাগি উঠে।"

শ্ৰীবৰদলৈৰ পৰা আৰু এটা কথা জানিব পাৰিলো যে অসমত এটা বোল-ছবি ষ্টুডিঅ'ৰ প্ৰতিষ্ঠাৰ বাবে তেওঁলোকে স্বৰ্গীয় ফুকনৰ নেতৃত্বত ১৯৪৭-৪৮ চনতে চেষ্টা কৰিছিল। অসমীয়া বোলছবি নিৰ্মাণৰ ক্ষেত্ৰত অসমত এটা ষ্টুডিঅ' নোহোৱা বাবে ছবি নিৰ্মাতাৰ লাটিঘাটিৰ কথা স্বৰ্গীয় ফুকনে প্ৰাণৰে উপলব্ধি কৰিছিল। এই উদ্দেশ্যে স্বৰ্গীয় ফুকন, শ্ৰীবৰদলৈ আৰু শ্ৰীযুগল দাসৰ নেতৃত্বত আৰু সেই সময়ৰ নগাঁওৰ উপায়ুক্ত শ্ৰীৱৰীন খাউণ্ড আৰু কাম-ৰূপৰ উপায়ুক্ত নগেন ফুকনৰ সহযোগত ষ্টুডিঅ'ৰ বাবে গুৱাহাটীৰ ট্ৰিবিউন প্ৰেছৰ ওচৰত ৫০ বিঘা মাটিৰ বাবে আবেদন কৰিছিল। লোক সেৱক স্বহলধৰ ভূঞা, ডাঃ ভুৱনেশ্বৰ বৰুৱা আৰু স্বগোপীনাথ বৰদলৈ আদিৰ অকুণ্ঠ সমৰ্থন তেওঁলোকে পাইছিল। স্বফুকন, শ্ৰীসাৰদা বৰদলৈ আৰু শ্ৰীযুগল দাসে সেই সময়ৰ ৰাজহ মন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধিক কথাখিনি বুজায় ২৫ বিঘা মাটি ষ্টুডিঅ'ৰ কাৰণে মঞ্জুৰ কৰায়। কিন্তু আৰু আগবাঢ়িব নোৱাৰিলে— নানা বাধাৰ বাবে। সেই সময়তে ফুকন গ'লগৈ 'কুঠৰী'লৈ শ্ৰীসাৰদা বৰদলৈ গলগৈ ব্যৱসায়ৰ বাবে হোজাইলৈ আৰু শ্ৰীযুগল দাস গুৱাহাটীলৈ বদলি হৈ গ'ল। এইদৰেই অসমৰ বোলছবি ষ্টুডিঅ'ৰ কথা তল পৰি গ'ল। স্বৰ্গীয় ফুকনে মৃত্যুৰ কেইদিনমানৰ

আগতে অসমৰ ষ্টুডিঅ'ৰ প্ৰতি চৰকাৰৰ অমনোযোগিতাত ক্ষুণ্ণ হৈ 'জনমভূমি' কাকতৰ নগাঁও জিলাৰ পৰিপূৰিকা সংখ্যাৰ এটি প্ৰবন্ধত লিখিছিল;— "এইখন এখন দেশ য'ত ১৯৫৮ চনতে ষ্টুডিঅ' স্থাপনৰ সিদ্ধান্ত লৈ অসম্পূৰ্ণ ষ্টুডিঅ'ৰ দুৱাৰ মুকলি কৰি উদ্বোধনী উৎসৱ পাতি আজি ১৯৭১ চনতো সেই ষ্টুডিঅ' ব্যৱহাৰৰ উপযোগী কৰিব পৰা নাই।"

ফুকন এজন সু-বক্তা আৰু সু-কবিও আছিল। তেওঁ 'মিলন', 'গণতন্ত্ৰ', 'আৱাহন' আদিত কবিতা লিখিছিল। ডঃ ভূপেন হাজৰিকাৰ দ্বাৰা সম্পাদিত "আমাৰ প্ৰতিনিধিৰ ১৯৭০ চনৰ বঙালী বিহু সংখ্যাত প্ৰকাশ পোৱা কেইটামান কবিতা আৰু ডঃ হাজৰিকালৈ লিখা চিঠিত তেওঁ শিল্পী জীৱনৰ সাধনা, সংগ্ৰাম আৰু অধ্যয়নশীল উদাৰ মনটোৰ পৰিচয় পোৱা যায়। ১৯৭০ চনত ধিঙত বহা সাহিত্য সভাৰ স্মৃতি গ্ৰন্থত তেওঁ লিখা কবিতায়ো তেওঁৰ প্ৰতিভাৰ পৰিচয় দিয়ে।

শিল্পী বিষ্ণু ৰাভাৰ লগতো ফুকনৰ বন্ধুত্ব আছিল। তেওঁ ফুল বৰ ভাল পাইছিল। সেয়েহে তেওঁৰ কুঠৰীৰ বাসভৱনৰ চৌহদত দেখা গৈছিল নানা ধৰণৰ ফুল আৰু অৰ্কিড। তেওঁ এজন ভাল চিকাৰীও আছিল।

আজীৱন সাধনা কৰা মহান এই শিল্পী গৰাকীৰ জীৱন নাটৰ শেষ দৃশ্যটি ১৯৭১ চনৰ ২৭ আগষ্টৰ দিনা কুঠৰীত মঞ্চস্থ হয়। তেওঁৰ নশ্বৰ দেহা অসংখ্য লোকৰ সমদলৰে নগাঁৱলৈ আনি নগাঁৱৰ ৰাজপথত শেষবাৰলৈ ফুৰোৱা হয় আৰু তেওঁৰ অতি মৰমৰ নগাঁও নাট্য মন্দিৰপ্ৰাঙ্গণত হাজাৰ হাজাৰ লোকক শেষ শ্ৰদ্ধা নিবেদন কৰিবলৈ সুযোগ দিয়া হয়। তাৰ পৰা তেওঁৰ নশ্বৰ দেহা তেওঁৰ পূৰ্ব ইচ্ছানুযায়ী কুঠৰীৰ নিৰ্দিষ্ট স্থানত চিৰদিনৰ বাবে শুৱাই দিয়া হয়। তেওঁৰ চিতাৰ ধোঁৱাঁবোৰ আকাশলৈ কুণ্ডলী পকাই উঠি যোৱা হাজাৰ হাজাৰ শুভাকাংখীয়ে অশ্ৰুসিক্ত নয়নেৰে চাই আছিল।

স্বৰ্গীয় চন্দ্ৰ ফুকন আজি আমাৰ মাজত নাই কিন্তু তেওঁৰ আদৰ্শ ব্যক্তিত্ব আমাৰ মাজত সদায় থাকিব। আজি তেওঁৰ মৃত্যু বাৰ্ষিকীৰ দিনা চৰকাৰলৈ অনুৰোধ কৰো যাতে তেওঁৰ কুঠৰীৰ আনাৰসৰ বাগিচাখন উন্নত কৰি তেওঁৰ শেষ আশা 'ফল সংৰক্ষণৰ উদ্যোগ' এটা গঢ়ি তোলে। তেওঁৰ এটি মাৰ্বলৰ প্ৰতিমূৰ্ত্তি গঢ়া উচিত। আমি তেওঁক জীৱিত কালত একো দিব নোৱাৰিলো। মৃত্যুৰ পিচত আমি তেওঁৰ বাবে কিবা অলপ কৰিলেও তেওঁৰ আত্মাই শান্তি পাব। তেওঁ অসমীয়া সংস্কৃতিৰ বাবে, নগাঁও নাট্য মন্দিৰৰ বাবে বহুত কৰিলে আৰু কিবা-কিবি কৰাৰ ইচ্ছা আছিল— যিবোৰ শাৰীৰিক অসুস্থতাৰ বাবে তেওঁ কৰি যাব নোৱাৰিলে। তেওঁ যিখিনি অৱদান দিলে সেয়াই আমাৰ বাবে বৰ মূল্যবান। আজি চন্দ্ৰ ফুকন মৰিও অমৰ। অমৰ চন্দ্ৰ জ্যোতিয়ে অসমৰ নতুন পুৰুষৰ মন-বোৰত চিৰসুন্দৰৰ পোহৰ বিলাওঁক। ×××

———

# শিল্পপ্ৰাণ চন্দ্ৰ ফুকন

শ্ৰীগোলাপ চন্দ্ৰ বৰা

....."কুঠৰীত থকা আমাৰ ক্ষুদ্ৰ উদ্যোগ প্ৰতিষ্ঠানটো কুঠৰীৰ ৰাইজলৈ আগবঢ়ালো।"......"এই আষাৰ মোৰ অন্তৰৰ কথা, যাকেই আমি ভাল পাওঁ— দেশকেই হওঁক বা মানুহকেই হওঁক তাত দিয়াটোহে ধৰ্ম।"...... "আৰু যাবৰ পৰত মোক যদি সোধে, চন্দ্ৰ ফুকন, সংসাৰলৈ আহি কি কৰিলি ? মই কম মোৰ ওচৰৰ নামঘৰটো, মই বাস কৰিবলৈ লোৱা কুঠৰী —এই সৰু গাওঁখন মই আহি পাই দেখাতকৈ ভাল কৰিবলৈ চেষ্টা কৰিলো।"

এইখিনি অসমৰ নাট্য আকাশৰ ভোটাতৰা নাট আৰু কৃষিক সাৰটি লোৱা বলিষ্ঠ অভিনেতা চন্দ্ৰ ফুকনৰ প্ৰাণৰ কথা।

১৯৭১ চনৰ ২৭ আগষ্টৰ দিনা নগাওঁ তথা অসমৰ নাট্য জগতৰ চন্দ্ৰক অমানিশাই আৱৰি ললে। নগাওঁ নাট্য মন্দিৰৰ চন্দ্ৰ-জ্যোতি শেষ হ'ল। নিজক বিপন্ন কৰিও আৰ্ট আৰু আদৰ্শক জীয়াই ৰাখিব খোজা সুঠাম চেহেৰাৰ, সবল ব্যক্তিত্বৰ, ৰাজকীয় গাম্ভীৰ্য্যৰ অধিকাৰী, কৃষি-শিল্প-কলা কেউটা দিশতে লাগি থাকি কুঠৰীৰ এমুঠি জনজাতীয় লোকক আপোন কৰি লব পৰা, অথচ যিটো সস্তীয়া প্ৰশংসাৰে বৰ মানুহ বোলাব নোখোজা ব্যক্তি চন্দ্ৰ ফুকনে আমাক এৰি যোৱা আজি এবছৰ হ'ল। আমি সুঁৱৰিছো উদাত্ত কণ্ঠৰ অধিকাৰী, পূৰ্ণ ব্যক্তিত্ব সম্পন্ন এই উদাৰ ব্যক্তি গৰাকীৰ অৱদানৰ কথা।

খঙাল যেন লগা, চকুলৈ চাবলৈ ভয় লগা মানুহজনেই কিন্তু সুন্দৰ কবিতা আবৃত্তি কৰিব পাৰিছিল। এইজন মানুহেই খুহুতীয়া কথাৰে মানুহক হহুৱাব পাৰিছিল, —আচৰিত !

১৯৬৮ চনৰ এটি সন্ধিয়া। বহিছিলো তেওঁৰ কুঠৰীৰ ঘৰত,— কলিয়াবৰ সাহিত্য সভাৰ সৌজন্যত অনুষ্ঠিত জ্ঞানজ্যোতি আলোচনা চক্ৰ উপলক্ষে। প্ৰাক্তন

এম-এল-এ শ্ৰীঅতুল গোস্বামী, 'দৈনিক অসম'ৰ বৰ্তমান সহ-সম্পাদক শ্ৰীউপেন্দ্ৰ বৰকটকী, গল্প লেখক শ্ৰীকুসুম বৰা, শিলঘাট সমবায় বেংকৰ মুখ্য কাৰ্যাধ্যক্ষ শ্ৰীযতীন্দ্ৰ নাথ ভূঞা প্ৰমুখ্যে আমি কেইবাজনো গৈছিলো। তেওঁৰ মুখৰ এষাৰ কথাই আমাক স্তব্ধ কৰিছিল অথচ সেইষাৰ কথাৰ অন্তৰ্নিহিত অৰ্থই তেওঁক বুজাত সুবিধা দিছিল। "অপোনালোক যদি সাহিত্যৰ আলোচনা কৰিবলৈ নাহি খেতিৰ সাৰৰ ব্যৱহাৰ সম্পৰ্কে নাইবা জনজাতীয় লোকসকলৰ জীৱিকা সম্পৰ্কীয় কিবা তথ্যৰ বাবে আলোচনা কৰিবলৈ আহিলহেঁতেন— তেতিয়া বেছি আনন্দ পালোহেঁতেন। ইমানেই স্পষ্টবাদী আছিল ফুকন আৰু এইষাৰ কথাৰ অৰ্থ ইমান সুদূৰ প্ৰসাৰী আছিল যে সেয়া গোটেই ভাৰতৰ বৰ্তমান অৱস্থাৰ লগত খাটি যায়।

নাট্য মঞ্চত থিয় হৈ অভিনয় কৰিলেও তেওঁ জনতাক প্ৰকৃত-পথ দিয়াৰ চিন্তাৰ পৰা যে বিৰত নাছিল এইষাৰ কথাই তাৰ প্ৰমাণ। কুঠৰীৰ মাটিকঠাল, কমলাৰ বাগান ফেক্টৰী আদিও তাৰেই জ্বলন্ত প্ৰমাণ। কুঠৰী হাইস্কুলৰ কাৰণে তেওঁৰ ত্যাগ আৰু চেষ্টাই আছিল লাইখুটা 'we must not die we must stand my boys' বুলি কৈ আৰম্ভ কৰিছিল আলোচনা চক্ৰ। তাৰ পিচত আলোচনা চক্ৰত শ্ৰীঅতুল গোস্বামীৰ অনুৰোধ ক্ৰমে আবৃত্তি কৰিছিল। শ্ৰীচন্দ্ৰ মহন্তই কিতাপ মেলি উলিয়াই দিছিল 'উৰ্ব্বশী'। অনৰ্গল গাই গ'ল কবিতা ইটোৰ পাচত সিটোকৈ। আমি অভিভূত হৈছিলো। সেই নিশাৰ কবিতা ৰাজিৰ কথা আমি পাহৰিব নোৱাৰো। কাণত আজিও বাজে "দান হাতে সুধা পাত্ৰ বিষভাণ্ড লৈয়া বামকৰে........"

আৰু বহুতো খুহুতীয়া অথচ অৰ্থব্যঞ্জক কথা শুনিছিলোঁ তেওঁৰ মুখত। কৈছিল ৰাপীৰ কথা (তোলনীয়া কন্যা)......... "কেতিয়াবা মনত খেলালে মৰো লিখোঁ কবিতা দুশাৰী তাত থাক তই আৰু ৰাপী'......।

কিন্তু আৰু এদিন— ১৯৭১ চনৰ ২৭ আগষ্ট (অৰ্থাৎ ২৮ আগষ্ট) ১ বজাত উলটিছিলো তেওঁৰ নশ্বৰ দেহা শ্মশানত ভস্মীভূত কৰি উঠি। এখন গধুৰ হিয়া, এযুৰি বাস্পকুল চকু লৈ। বাটে বাটে ভাবিছিলো, মানে মনত পৰিছিল কুঠৰীৰ হাইস্কুলৰ কেইজনমান শিক্ষকে কোৱা—"এতিয়া আৰু কুঠৰীলৈ কোনো নাহে। ফুকনৰ বিয়োগৰ পাচত হয়তো কুঠৰীৰ নাম নিচিহ্ন হ'ব। কিন্তু হয় জানো ? মই ভাবিছিলো হ'ব নোৱাৰে। কাৰণ ফুকনৰ স্মৃতি চিৰকাল থাকিব



কুঠৰীৰ গছে-পাতে, আকাশে-বতাহে, জনজাতীয় জনতাৰ প্ৰাণে প্ৰাণে, ৰংগমঞ্চৰ আঁৰে আঁৰে। নাট্যমোদী সকলৰ মনত ফুকনৰ উদাৰ কণ্ঠ আজিও প্ৰতিধ্বনিত হৈ আছে— "মোক এবাৰ ফাঁচী দিব মই দুবাৰ আহিম।" মনত থাকিব চান্দ সদাগৰৰ সাৱলীল অভিনয়। দুৰ্যোগৰ শেষ সীমাত থিয় হৈ অচল-অটল গাম্ভীৰ্যৰে সেইয়া চন্দ্ৰ ফুকন, চন্দ্ৰ ককাইদেউ সেয়া সকলোৰে মানস-পটত জিলিকি আছে। 'শোণিত কুৱঁৰী'ৰ ইন্দ্ৰক কোনে পাহৰিব ? অসম কিয় দিল্লীৰো এনে দৰ্শক ওলাব— যি তেওঁৰ সাৰ্থক অভিনয় মনত ৰাখিছে। মনত নাথাকিব কিয় সমাজ আৰু আৰ্থিক তাড়ণাত পৰি 'চকোলা' হলেও তেওঁ যে নিজেই পিয়লি আছিল ! ব্যক্তিগত তথা সাংসাৰিক দুৰ্যোগৰ মাজতো ধীৰ-স্থিৰ অথচ ৰাজকীয় ব্যক্তিত্বৰে থিয় দিব পৰা ফুকন নিজে আছিল চান্দ সদাগৰ। আৰু নিজেই আছিল ভোগৰ প্ৰাচুৰ্যৰো সোৱাদ লব জনা— মৰ্ত্যৰ ইন্দ্ৰ স্বৰূপ।

তেওঁ বিচাৰিছিল অসমৰ হাজাৰ হাজাৰ অনাহাৰী, বেমাৰী, ৰাইজৰ স্বচ্ছলতা— আহাৰৰ নিৰাপত্তা, —তেওঁ কোনো দিন কোনো সভাত বক্তৃতা দিয়া নাছিল —নিবনুৱা সমস্যা দূৰ কৰক বুলি, —কিন্তু হাতে-কামে কৰি দেখুৱাইছিল।

"ধনো লাগে বুজিছা, —ধন নহলে অসমৰ সকলো শিল্পীৰে ফণী শৰ্মা, বিষ্ণু ৰাভা, ব্ৰজ শৰ্মাৰ দৰে অৱস্থা হ'ব।" চৰকাৰৰ কথা কলে তেওঁ কয় ঃ কাম কৰিলে নিজে নিজৰ গভৰ্ণমেণ্ট হ'ব পাৰি।

এফালে কুঠৰী, আনফালে নগাওঁ নাট্য মন্দিৰ। সাৰদা ককাইদেউ আৰু ফুকনৰ বাবে ই নাট্য মন্দিৰ নহয়। "হিয়াৰ দেউল"। থিয়েটাৰ কৰিব লাগে ডেকা ল'ৰা ওলাব লাগে। কিন্তু নাট্য মন্দিৰটোও লাগে, শিল্পীসকলৰ বহাৰ সুবিধাটোও লাগে। পানীৰ টেপটোও লাগে। ইউৰিনেলটোও লাগে। এনে অনুষ্ঠানতে যদি শিল্পী সকলে প্ৰয়োজনীয় সুবিধাকণ নাপায় বা দিব নোৱাৰে শিল্পী অৱহেলিত বুলি চিঞৰি থাকিলে কি হ'ব ? অসুখীয়া দেহাৰে আনৰ গাত ধৰি হলেও নগাওঁ নাট্য মন্দিৰৰ পৰা এপাক নহাকৈ নাথাকিছিল।

অনৰ্গল কথা কৈ থাকিব পৰা ফুকনৰ ওচৰত, এখন কিতাপ থকা যেন লাগে। তেওঁ কিতাপ পঢ়োতে পঢ়োতে নিজেই এখন গ্ৰন্থ হৈ পৰিছিল। কিন্তু নিজে বেচি লিখা নাছিল। লিখা হলে অমূল্য গ্ৰন্থৰাজি হয়তো আমি পালোহেঁতেন।

যি চন্দ্ৰ ফুকনৰ পিয়লি ফুকন অভিনয় দেখি (কুমাৰ ভাস্কৰত) 'গোপীনাথ বৰদলৈ অভিভূত হৈছিল; যাৰ অভিনয়ৰে সজীৱ শোণিত কুঁৱৰীয়ে দিল্লীতো সন্মান পাইছিল; যাৰ স্মৃতি তেওঁ সমবয়সীয়া দেৱকান্ত বৰুৱা, হেম বৰুৱা আদিৰ লগতে অসমৰ কলামোদী ৰাইজৰ মাজত আজিও সেউজবুলীয়া হৈ আছে; যিজন মহানুভৱে অসমৰ মানচিত্ৰত কুঠৰীক এটা কেন্দ্ৰ বিন্দু হিচাপে চিহ্নিত কৰিব বিচাৰিছিল, জনতাৰ অৰ্থনৈতিক স্বাৱলম্বিতাৰ কথা ভাবিছিল; যাৰ ব্যক্তিত্বত সকলো স্তম্ভিত হৈছিল; যাৰ ওচৰত ৰাজ্যপাল, মন্ত্ৰী, বনুৱা সমান আছিল; যাৰ প্ৰতিভাই অসমৰ মঞ্চ জগত উদ্ভাসিত কৰিছিল সেই ৰাজকীয় দেহৰ অধিকাৰী চন্দ্ৰ ফুকন আজি নাই, কিন্তু 'চন্দ্ৰ ফুকন'ৰ নাম এক আদৰ্শৰূপে আজিও প্ৰাণৱন্ত হৈ আছে— যি আদৰ্শক আগত লৈ অসমৰ শিল্পীসকলে নিৰ্ভীকভাৱে কাম কৰি যাব পাৰে।

———

# চন্দ্ৰ ফুকন আৰু সাৰদা বৰদলৈ

(সাক্ষাৎকাৰ)

শ্ৰীহৰিশ চন্দ্ৰ গোস্বামী

সুদক্ষ অভিনেতা শিল্পী চন্দ্ৰ কান্ত ফুকনৰ প্ৰথম মৃত্যু বাৰ্ষিকী ২৬ আৰু ২৭ আগষ্ট তাৰিখে দুদিনীয়া কাৰ্যসূচীৰে নগাওঁৰ ৰাইজে উদ্‌যাপন কৰাটো বৰ আনন্দৰ কথা। চন্দ্ৰ কান্ত ফুকন স্মৃতি সংৰক্ষণ সমিতি আৰু নগাঁও নাট্য সমিতিলৈ এই বাবে ধন্যবাদ জ্ঞাপন কৰিলো।

নগাওঁৰে শ্ৰীসাৰদা কান্ত বৰদলৈ আছিল চন্দ্ৰ ফুকনৰ অন্তৰংগ বন্ধু। বয়সত যদিও বৰদলৈ ৮।৯ বছৰৰ ডাঙৰ, তথাপি দুয়ো আছিল হৰিহৰ আত্মা। ইজনৰ কথা ভাবিলে সিজনৰ কথা আপোনা আপুনি মনলৈ আহে।

সিদিনা আছিল ১৩ আগষ্ট, দেওবাৰ। শিৱলঙৰ পৰা অহা মোৰ ভাই শ্ৰীৰাম গোস্বামীক লগত লৈ শ্ৰীবৰদলৈৰ ঘৰলৈ গলো। তেতিয়া সন্ধিয়া প্ৰায় সাতমান বাজিছে।

আমি অলপ সময় ৰহাৰ পাচতে ওলাই আহিল বৰদলৈ। ডিঙিত এখন 'গলাবান্ধ' মোঁৰওৱা, পিন্ধনত খদ্দৰৰ ধুতি-পাঞ্জাবী, অসংলগ্ন আধা পকা চুলি, মুখত বাৰ্দ্ধক্যৰ চাপ— কিন্তু ক্লান্ত নহয়; মুখৰ হাঁহি। প্ৰায় তিনিকুৰি দহ বছৰত ভৰি দিছে যদিও তেওঁৰ বুদ্ধিদীপ্ত দৃষ্টিৰে আমাক হাঁহি এটিৰে সম্বৰ্দ্ধনা জনালে।

আমি প্ৰথমতে তেওঁৰ স্বাস্থ্যৰ খবৰ ললো। তেওঁ কলে— "ডিব্ৰুগড়লৈ দুবাৰো গৈ স্বাস্থ্য পৰীক্ষা কৰাই আহিলোঁগৈ। একো নাই বুলি কলে। অৱশ্যে আকৌ এবাৰ যাবলৈ কৈছে। পিছে এতিয়া অলপ পানী লগাৰ ভাৱ হৈছে আৰু টনছিলটো অলপ অলপ বিষায়।

মই কলো— "নগাওঁ নাট্য মন্দিৰত চন্দ্ৰ ফুকনৰ মৃত্যু বাৰ্ষিকী উপলক্ষে পাতিব খোজা 'পিয়লি ফুকন' নাটকৰ আখৰাৰ তদাৰক কৰিবলৈ আপুনি ৰাতিখন

বিস্নাত উঠি এইদৰে অহা-যোৱা কৰাতো ভাল হোৱা নাই। কাৰণ আপোনাৰ ঘৰৰ পৰা নাট্য মন্দিৰলৈ যথেষ্ট দূৰ। তাতে বৰষুণৰ বতৰ, ৰাতি ৯।১০ বজাত ঘৰলৈ ওভতে। এনে কৰাটো আপোনাৰ স্বাস্থ্যৰ বাবে অনিষ্টকৰ বুলি মই ভাবো।

উত্তৰত বৰদলৈয়ে মৃদু হাঁহি এটি মাৰি কলে—"বুইছে গোসাঁই মনে নেমানে, থিয়েটাৰ কৰি কৰিয়েই বুঢ়া হলোঁহি। এই বয়সতো থিয়েটাৰৰ গোন্ধ পালে মই ঢাপলি মেলো ঘৰত সোমাই থাকিব নোৱাৰো। এই দেহাৰে এতিয়াও মোৰ পাৰ্ট কৰিবৰ মন যায়। শৰীৰৰ কথা মুঠেই মনলৈ নাহে। কাৰো হাক-বচন শুনিবৰ মন নেযায়। জীয়াই বা থাকিম কেইদিন ? লগৰ এটি এটিকৈ প্ৰায় কেইজন শিল্পী বন্ধুৱেই ইহসংসাৰৰ পৰা মেলানি মাগিলে। যিমান কেইদিন আয়ুসটো থাকে সিমান কেইদিন শৰীৰৰ কথা নভবাই ভাল— ভাবিনো কি হ'ব— নহয় জানো । বুইছে গোসাঁই, নগাওঁ নাট্য মন্দিৰ চন্দ্ৰ ফুকনৰ দৰে মোৰো প্ৰাণৰ বস্তু।"

প্ৰ ঃ— চন্দ্ৰ ফুকনৰ বিষয়ে আপোনাৰ কি ধাৰণা। আপোনাৰ মুখৰ পৰা তেওঁৰ বিষয়ে দুষাৰমান শুনিব খোজো।

ঃ সঁচা কথা কবলৈ গলে চন্দ্ৰ ফুকন মোৰ অন্তৰঙ্গ বন্ধু আছিল। তেওঁৰ লগতেই সামাজিক জীৱনৰ বেছিভাগ কাল অতিবাহিত কৰিছিলো। অনেক নাটকত চন্দ্ৰ ফুকনৰ লগত মই অভিনয় কৰিছো। কিমান নাটকত তেওঁৰ লগত অভিনয় কৰিছো মনত নাই। চন্দ্ৰ ফুকন আছিল সুশ্ৰী, বাকপটু, সভা শুৱনী, সকলো কামতে পৰিপাটী। ইংৰাজী, অসমীয়া, বঙালী সকলো ভাষাতে তেওঁ শুৱলা বক্তৃতা দিব পাৰিছিল। বংশ-মৰ্যদাও তেওঁৰ কম নাছিল। নগাওঁ নাট্য মন্দিৰত তেওঁক স্বনামধন্য অভিনেতা 'জগত বেজবৰুৱাই নমাই বুলি মই জানো।

প্ৰ ঃ— আপুনি চন্দ্ৰ ফুকনৰ সান্নিধ্যলৈ কেতিয়া আহিছিল ?

ঃ চন্দ্ৰ ফুকনৰ লগত মোৰ প্ৰথম চিনাকি নগাওঁ নাট্য মন্দিৰত। চালুকীয়া অৱস্থাত ফুকনে নাৰী চৰিত্ৰৰ প্ৰধান ভূমিকাত অৱতীৰ্ণ হৈছিল। মই সেই সময়ত কলিকতাত আছিলো। এবাৰ বন্ধত ঘৰলৈ আহোতে নগাওঁ নাট্য মন্দিৰত শ্ৰীগোপাল বৰাৰ দ্বাৰা ৰচিত 'শ্ৰীৰামচন্দ্ৰ' নাটকখন চাইছিলো। অভিনয়ৰ দৰ্শক হিচাপে চন্দ্ৰ ফুকনৰ 'সীতা'ৰ অভিনয় দেখি মোৰ ইমান ভাল লাগিল যে তেওঁৰ লগত চিনাকি হবলৈ মোৰ প্ৰবল ইচ্ছা হ'ল। অভিনয় শেষ হলত মই মঞ্চৰ ভিতৰলৈ গৈ তেওঁৰ লগত চিনাকি হলো। কথা-বতৰা পাতি বৰ ভাল লাগিল। তেওঁৰ মনৰ লগত মোৰ মন মিলি গ'ল আৰু পিচলৈ তেওঁ মোৰ পৰম বন্ধুত পৰিণত হ'লগৈ। অৱশ্যে কেতিয়াবা কেতিয়াবা কোনো কোনো ক্ষেত্ৰত তেওঁৰে মোৰে মতৰ অমিলো হৈছিল। কিন্তু নাটক আৰু অভিনয় সম্বন্ধে আমি দুয়ো প্ৰায়েই একমত পোষণ কৰিছিলো। নাট বছা, আখৰা কৰা আদি কাম আমি দুয়ো সদায় আলোচনা কৰিহে কৰিছিলো। অভিনয় আৰু নাটকৰ বিষয়ে তেওঁৰ যথেষ্ট জ্ঞান আছিল আৰু এই বিষয়ে তেওঁ বহুত দেশী-বিদেশী কিতাপ অনাই অধ্যয়ন কৰা মই নিজেই দেখিছো।



প্ৰ ঃ— ফুকনৰ কোন ভাওটো আপোনাৰ বেছি ভাল লাগিছিল ?

চন্দ্ৰ ফুকনৰ প্ৰতিটো চৰিত্ৰৰ অভিনয় নিখুঁত আছিল বুলিয়েই কব পাৰি। তেওঁ নাটকৰ চৰিত্ৰ ভালদৰে হৃদয়ঙ্গম নকৰাকৈ কোনো ভাওতে অৱতীৰ্ণ নহৈছিল। অভিনয়ৰ আখৰা তেওঁ কোনো দিনেই বাদ দিয়া নাছিল। যি ভাও কৰে তাক আন্তৰিকতাৰে কৰিছিল। জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ লিগিৰী' নাটকত ফুকনে সুন্দৰ কোঁৱৰৰ ভূমিকাত চমকপ্ৰদ অভিনয় কৰিছিল। ঠিক সেইদৰে পিয়লিৰ ভূমিকাত তেওঁৰ অভিনয়ৰ প্ৰতিভাই এক আলোড়নৰ সৃষ্টি কৰিলে। তেওঁ বোল-ছবিত অভিনয় কৰাতকৈ ৰঙ্গমঞ্চত অভিনয় কৰিহে বেছি ভাল পাইছিল। তেওঁৰ অভিজ্ঞতাৰ পৰা এই কথা কেবাবাৰো কোৱা মোৰ মনত আছে।"

মই পুনৰ বৰদলৈক 'পিয়লি ফুকন' নাটখনৰ বিষয়ে কিছু সম্ভেদ দিবনে বুলি সোধা প্ৰশ্নৰ উত্তৰত এই বুলি কলে—

ঃ "নগাঁও নাট্য সমিতিৰ 'পিয়লি ফুকন' আছিল এখন যুগান্তকাৰী নাটক। 'চন্দ্ৰ ফুকন, যুগল দাস, দ্বিজেন গোস্বামী (নগা) আৰু মই, আমি চাৰিওজনে অংশ অংশ হিচাপে এই নাটখন লিখি উলিয়াইছিলো। আৰু মাজে মাজে একেলগে বহি আলোচনা কৰিছিলো। নাটকৰ আখৰা আৰম্ভ কৰি আখৰা চাই চাই লগে লগে কাটিছিলো আৰু সংলাপবিলাকৰ শুধৰণীও দিছিলো। চন্দ্ৰ ফুকনে গভীৰভাৱে অধ্যয়ন আৰু চিন্তা কৰি তাত বেছি ভাগ সংলাপেই দিছিল আৰু আমাক পঢ়ি শুনাইছিল। বোধকৰো নিজেই 'পিয়লি'ৰ ভাওটো কৰিবৰ অভিপ্ৰায়ে চন্দ্ৰ ফুকনে মনঃপুত কৰি পিয়লিৰ চৰিত্ৰটো অংকণ কৰিবলৈ বিচাৰিছিল। এদিন ফুকনে মোক কলে যে পিয়লিৰ ঘৰুৱা জীৱনটোও নাটকত দেখুৱাব লাগে আৰু এই বিষয়ে মোৰ

গাতে ভাব দিলে। ময়ো বহুত চিন্তা কৰি 'নাৰায়ণ'ৰ চৰিত্ৰটো মোৰ নিজৰ মনঃপুত কৰি ময়ে এই ভূমিকাত ওলাম বুলি মনতে ভাবি লিখি উলিয়ালো যাতে পিয়লিৰ লগে লগে যাব পাৰি। কিন্তু গুপুত কথাটো ফুকনেও প্ৰকাশ কৰা নাছিল ময়ো প্ৰকাশ কৰা নাছিলো; মনৰ ভিতৰতহে ! পিয়লি ফুকন নাটকৰ বিষয়ে কবলৈ হলে বহুত কথা, তাৰে এটা ৰহস্যপূৰ্ণ ঘটনা আপোনাক বাবু কৌতিয়াবা কম।

মই কথাটো শুনিবলৈ ব্যগ্ৰ হলো। কিন্তু তেতিয়া ৰাতি ৯ বাজি গ'ল। বৰ-দলৈক আৰ্মনি নকৰো বুলি ভাবি পাছৰ দেওবাৰে পুনৰ সাক্ষাৎ এটি বিচাৰিলো তেওঁ সন্মত হ'ল। আমি গুচি আহিলো।

———



হাজাৰ পৰাজয়েও ম্লান কৰিব নোৱাৰিলে যি হাঁহি—ফটো : ১৯৬৯ চন।



৺ বিমল বৰুৱাৰ পত্নী, তেওঁৰ দুগৰাকী জীয়ৰী আৰু ডঃ ভূপেন হাজৰিকাৰ সৈতে চন্দ্ৰ ফুকনৰ পৰিয়ালবৰ্গ। ফুকনৰ তোলনীয়া জীয়ৰী বাপীকো দেখা গৈছে। ১৯৬৯-৭০ চনত কুঠৰীত এই ছবি লোৱা হয়।



বেউলা নাটকৰ চান্দ সদাগৰৰ ভাৰত নগাওঁ নাট্য মন্দিৰত চন্দ্ৰ ফুকনৰ শেষ অভিনয়।



বীণু শৰ্মাক (পিল) চিত্ৰলেখাৰ অভিনয়ৰ আখৰা শিকাই থকা অৱস্থাত নাট্য পৰিচালক চন্দ্ৰ ফুকন।



১৯৬৯ চনৰ এপ্ৰিল মাহত চন্দ্ৰ ফুকনৰ জীৱন জোৰা সাধনাৰ আনাৰসৰ বাগিচাখনত ৰাজ্যপাল শ্ৰীবি, কে নেহৰু সেই সময়ৰ কৃষিমন্ত্ৰী শ্ৰীলক্ষ্মীপ্ৰসাদ গোস্বামী আৰু বাগিচা আৰু ফল সংৰক্ষণ কাৰখানাৰ কৰ্মচাৰীসকলক আলোচনা কৰা অৱস্থাত দেখা গৈছে।



ধৰিত্ৰী—সমা পৰিবাৰ শ্ৰীমতী প্ৰেমদা ফুকনৰ সৈতে ঘৰুৱা পৰিৱেশত— ফটো : ১৯৬৯ চন।



মহানিদ্ৰাত চন্দ্ৰফুকন



১৯৬৩ চনত অসুস্থ অৱস্থাত থকাত লোৱা ছবি।

# বিপ্লৱী শিল্পী চন্দ্ৰ ফুকন

শ্ৰীৰাম গোস্বামী

মানুহৰ জীৱন বিচিত্ৰ। এই জীৱনে কেতিয়াবা আয়ত্তৰ বাহিৰ হৈ প্ৰকৃতিৰ ঘাত-প্ৰতিঘাতত অন্য ৰূপ গ্ৰহণ কৰে। মানুহে হয়তো বিচাৰে এক, কিন্তু হৈ পৰে অন্য কিবা।

শিল্পী চন্দ্ৰ ফুকনৰ জীৱন আছিল এক বৈচিত্ৰপূৰ্ণ সাঁথৰ। অভিনয় এৰি যদি তেওঁ গানত ধৰিলেহেঁতেন নাইবা কবি-সাহিত্যিকৰ জীৱন ললেহেঁতেন তেতিয়া হলে আমাৰ হয়তো বিশেষ একো কব লগা নাছিল। যশস্যাৰ এক মাজ মজিয়াত ভৰি পেলায়ো তেওঁ আঁতৰি গ'ল অসমৰে এক অজ্ঞাত অঞ্চল কুঠৰীৰ হাবি জংঘললৈ।

অসমৰ ইতিহাস প্ৰসিদ্ধ নাওবৈচা পৰিয়ালত জন্ম গ্ৰহণ কৰা মোৰ অগ্ৰজ-প্ৰতিম চন্দ্ৰ ফুকন আছিল নগাৱঁৰ আমোলাপট্টিৰ এটা একক আকৰ্ষণ। এনে কোনো সামাজিক অনুষ্ঠান নাই য'ত চন্দ্ৰ ফুকন নাছিল। সভাই-সমিতিয়ে, ৰাজহুৱা কামে-কাজে আগবণুৱা সুন্দৰ-সুঠাম দেহ, শৰীৰত অফুৰন্ত শক্তি, মনত অদম্য বল। পঢ়া-শুনাতো চন্দ্ৰ ফুকন আছিল আগশাৰীৰ ছাত্ৰ। নগাওঁ চৰকাৰী বিদ্যালয়ৰ পৰা দক্ষতাৰে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজ তাৰ পাচত কোচবিহাৰ কলেজৰ পৰা ইংৰাজীত স্নাতক হোৱা চন্দ্ৰ ফুকনে ইচ্ছা কৰা হেঁতেন বহুতো কিবা-কিবি কৰিব পাৰিলেহেঁতেন। উচ্চ পদপাৰ চৰকাৰী চাকৰি নাইবা কোনো লাভ-জনক ব্যৱসায় কিন্তু নহ'ল। তেওঁৰ আশাবাদী শিল্পী মনে ঢাপলি মেলিলে কলা সাধনাত। তেওঁ বুজিছিল কলা শিল্প জাতিৰ মানদণ্ড স্বৰূপ। সাংস্কৃতিক উন্নতিয়ে ঐতিহাসিক ভেটি প্ৰতিষ্ঠা কৰে, সেইবাবে সংস্কৃতিৰ দৃষ্টি সদায় মানৱ ৰুৱঞ্জীৰ লগত জড়িত। চন্দ্ৰ ফুকনৰ এই মানসিক তত্ত্ববোধ বা সাংস্কৃতিক ব্যাখ্যা প্ৰতিফলিত হৈছিল অসমীয়া সংস্কৃতিৰ প্ৰতি আগবঢ়োৱা তেওঁৰ আশাশুধীয়া ৰবঙণিত, তেওঁ নিপুণ শিল্পীসুলভ মনোবৃত্তিত।

নগাৱঁৰ আমোলাপট্টি অঞ্চলৰ এটি বিশেষ মোহ আছে। ই এখন ক্ষুদ্ৰ পৰ্যায়ৰ শিল্পীৰ পৃথিৱী। আমোলাপট্টি নাট্য মন্দিৰ, নামঘৰ, ইয়াৰ পাৰিপাৰ্শ্বিকতা অনেকৰ বাবে আকৰ্ষণীয় বস্তু, প্ৰেৰণা-দায়ক মিলন ক্ষেত্ৰ। চন্দ্ৰ ফুকনে এই মিলন ক্ষেত্ৰত জন্ম গ্ৰহণ কৰিছিল আৰু নিজকে বিলাই দিছিল অকুণ্ঠিত ভাৱে। উত্তপ্ত আলোচনাত উপস্থিত মানুহৰ মুখৰ আগত তৰ্জনী আঙুলি তুলি চন্দ্ৰ ফুকনে বক্তৃতা দিছিল, তৰ্কৰ বিষয় যুক্তিৰে খণ্ডন কৰিছিল। যিখন সমাজত চন্দ্ৰ ফুকন ডাঙৰ-দীঘল হৈছিল সেই সমাজখনৰ বাস্তৱ ৰূপটোৰ প্ৰতি তেওঁ আছিল সদায় সচেতন। কাল্পনিক সমাজ এখনৰ চিন্তা কৰি তেওঁ কাল্পনিক সংস্কৃতিৰ ভেটি ৰচনা কৰা নাছিল। বাস্তৱমুখী চিন্তা-ধাৰা আৰু কাৰ্যকলাপৰ মাজেদি চন্দ্ৰ ফুকনে অসমীয়া সংস্কৃতিৰ বিবৰ্তন কামনা কৰিছিল আৰু সংগ্ৰামেৰে ইয়াক জয়যুক্ত কৰিবলৈ আপ্ৰাণ চেষ্টা চলাইছিল। চন্দ্ৰ ফুকন আছিল ভাল বক্তা, তাতোকৈ ডাঙৰ কথা তেওঁৰ ব্যক্তিত্ব। এই ব্যক্তিত্বই তেওঁক সহায় কৰিছিল যথা সময়ত যথাযোগ্য সিদ্ধান্তত উপনীত হবলৈ। উদ্বেগজনক পৰিস্থিতি চন্দ্ৰ ফুকনৰ জীৱনত কেইবাবাৰো ঘটিছিল। সকলোতে তেওঁ অসীম মনোবলৰ চিনাকি দি হাঁহি হাঁহি ওলাই আহিছিল ৰঙ্গমঞ্চৰ নায়কৰ দৰে।

চন্দ্ৰ ফুকনৰ মনস্তাত্বিক, অৰ্থনৈতিক সামাজিক দৃষ্টিভঙ্গী বিশ্লেষণ কৰিলে আমি বিদ্ৰোহী মনৰ আভাস পাওঁ। তেওঁৰ চৰিত্ৰ হেমলেটৰ দৰে এক বিস্ময়কৰ বৈপৰীত্য, মহত্তম ট্ৰেজেডিৰ সফলতম ৰূপদান। নগাওঁ নাট্য সমাজৰ প্ৰখ্যাত নাটক পিয়লি ফুকনৰ অভিনয় যি দেখিছে তেওঁ চন্দ্ৰ ফুকনৰ বলিষ্ঠ, ব্যক্তিসম্পন্ন শিল্পী মনৰ ইঙ্গিত পাইছে। স্বাধীনতা যুদ্ধৰ প্ৰথম শ্বহীদ পিয়লিৰ ইংৰাজ খেদা অদমনীয় মনোভাৱ, দেশ উদ্ধাৰৰ আন্তৰিক কষ্ট স্বীকাৰ, চন্দ্ৰ ফুকনৰ প্ৰাণৱন্ত বচন-ভঙ্গীৰে সুন্দৰভাৱে ফুটি ওলাইছে। চন্দ্ৰ ফুকনে ঘিনাই বৰফুকনৰ চাকোলা পুতেক পিয়লিৰ অভিনয় কৰিছিল পৰম দক্ষতাৰে । পিয়লি ফুকনৰ নিৰ্ভীক, বীৰোচিত কথনভংগী, গাম্ভীৰ্যপূৰ্ণ চলন-ফুৰণ, কাৰ্য-কাৰণ সাইলাখ যেনিবা চন্দ্ৰ ফুকনৰ বিপ্লৱী মনৰহে প্ৰতিচ্ছবি। অন্যায়ৰ লগত সংগ্ৰাম চলাই স্বাধীন হৈ জীয়াই থকাৰ অধিকাৰ প্ৰতিষ্ঠা কৰাই হৈছে সাংস্কৃতিক বিপ্লৱ। নাটকৰ চৰিত্ৰৰ মাজেদি এই সত্য ৰূপায়িত কৰি চন্দ্ৰ ফুকনে মহত্ব অৰ্জন কৰি গৈছে। ১৯৫০ চনত ওলোৱা '৪২ ৰ পটভূমিত নিৰ্মিত 'বিপ্লৱী' কথা ছবিতো নায়কৰ ভূমিকাত ওলায় সংগ্ৰামশীল মনোবৃত্তিৰ উজ্জ্বল দৃষ্টান্ত দাঙি ধৰিছে।



অধিক শক্তিশালী শত্ৰুৰ বিৰুদ্ধে যুঁজিবলৈ গৈ অসমৰ স্বাধীনতা আন্দোলনৰ বীৰ-বীৰাংগনা সকলে নিজৰ ধ্বংসৰ পথ মুকলি কৰিছিল। পিয়লি ফুকন, মণিৰাম দেৱান, কুশল কোঁৱৰ, কনকলতা প্ৰভৃতিয়ে দেশ প্ৰেমৰ বাবে বিদেশী শাসকৰ হাতত প্ৰাণ হেৰুৱাইছিল। দেশ স্বাধীন হোৱাৰ পাচত ইংৰাজ উভতি গ'ল— কিন্তু উভতি নগল অন্যায়, অত্যাচাৰ, শোষণ, জীৱনৰ দুখ কষ্ট, ব্যৰ্থতা, হাঁহাকাৰ। মানুহৰ মন স্বাধীনতা অৰ্জনে নিকা কৰিব নোৱাৰিলে। আমাৰ সমাজ ব্যৱস্থাত ৰৈ গ'ল ধ্বংসকামী মনোভাৱ, নেতা, শাসক, সমাজৰ ৰৰমুৰীয়া সকলৰ চৰিত্ৰগত দোষৰাজি। ট্ৰেজেডি আৰম্ভ হ'ল— চন্দ্ৰ ফুকনৰ জীৱনত ভীষণ মানসিক প্ৰতিক্ৰিয়াই দেখা দিলে। 'শিল্পী' হৈ থকাত কি লাভ ? শিল্পী বুলি অহো বলিয়াৰ দৰে মাত্ৰ ঘূৰি ফুৰিছো। চাৰিওফালে ক্ষতি, ব্যৰ্থতা, অপমান, অপযশ ! নাটঘৰৰ— 'কৰিডোৰত' বহি আমি মাথো শুনিছো অপূৰ্ণতাৰ ইতিহাস মৰ্মদাহী কৰুণ ক্ৰন্দন।"

নিৰ্মম যন্ত্ৰণা আৰু সহস্ৰ প্ৰতিবন্ধকৰ প্ৰবল সোঁতত জৰ্জৰিত হোৱা চন্দ্ৰ ফুকনে হয়তো শান্তিৰ জীৱন বিচাৰি হাবাথুৰি খাই কুঠৰীত আশ্ৰয় লৈছেহি। পৃথিৱীৰ ভোগ-বাসনা, আমোদ-আহ্লাদ, বন্ধু-বান্ধৱ সকলো বিসৰ্জন দি নিঃসঙ্গতা বিচাৰি লৈছিল। চিন্তা কৰিছিল এৰি অহা দিনবিলাকৰ কথা। তেওঁ দুনিৰ্বাৰ আকাংখাৰ শিখা জীয়াই ৰাখিবলৈ কোনেও সাহায্যৰ হাত আগনবঢ়ালে।

শেষত নিঃসঙ্গ নায়কৰ জীৱনৰ অৱসান ঘটিল। চন্দ্ৰ ফুকনে শেষ নিশ্বাস পেলালে। কান্দিছিল শিল্পী বন্ধু সাৰদা বৰদলৈয়ে, গোপাল বৰাই, যুগল দাসে আৰু সমানুগামী দলটোৱে ।

চিতাৰ ধোঁৱাত যেন প্ৰতিধ্বনিত হৈছিল পিয়লি ফুকনৰ তেজোদীপ্ত সেই স্মৰণীয় বাণী— "মোক স্বৰ্গ নেলাগে, মোক বৈকুণ্ঠ নেলাগে, মই সোণৰ সফুৰা, দেৱৰো দুৰ্গম অসমলৈ আকৌ আহিম।...... আকৌ আহিম।...... আকৌ জন্ম লম।"

———

# চন্দ্ৰ ফুকনক সুঁৱৰি

[ মৃত্যু দিৱসৰ শ্ৰদ্ধাঞ্জলি ] ॥ চন্দ্ৰ মহন্ত ॥

১৯৩৬ চন—

ইংৰাজীত অর্নাচ গ্ৰেজুৱেট সুশ্ৰী তজবজীয়া চফল ডেকা চন্দ্ৰ ফুকনৰ সন্মুখত প্ৰশ্ন— তেওঁ এতিয়া কৰে কি ? নগাওঁ টাউনৰ পৰা ৫০ মাইল দূৰত দ্বাৰবাগৰী মৌজাৰ মৌজাদাৰ হ'ব, নাইবা চৰকাৰী চাকৰি কৰিব ? ছহেজাৰ টকীয়া মৌজাৰ পৰা আয় হ'ব বছেৰেকত ৬০০ টকা আৰু তাৰে টেকেলা মহৰিৰ বেতনো দিব লাগিব। কুঠৰী হাবি-জংঘলেৰে ভৰা এখন আওহতীয়া ঠাই; এসপ্তাহ তাত থাকিলে মেলেৰীয়া হ'বই। বাৰিষা ৰাতি গা-ঢাক খায় মহ পৰে; দিনত দাঁহে কামোৰে। ওলাবলৈ সোমাবলৈ বাট-পথ নাই। একমাত্ৰ ৰাজ আলিবাটটো গৰু বাটৰ দৰে আঠুৱনীয়া বোকা। তালৈ নগাওঁ টাউনৰ পৰা যাব লাগিব। ৩২ মাইল ৰেলত, বাকী ১৮ মাইল খোজ কাঢ়ি। বাটত কাজিৰঙাৰ বাঘ, ভালুক, ম'হ, গড় আৰু হাতীৰ অবাধ বিচৰণ।

চন্দ্ৰ ফুকনে এই দুৰ্গম পথ বাচি ললে। তেওঁ কুঠৰীৰ মোহত পৰিল। তেওঁ ভাবিলে, কুঠৰীৰ মানুহো মানুহ টাউনৰ মানুহো মানুহ। তেওঁলোকৰ মাজত সোমায় তেওঁলোকক মানুহ হৈ জীয়াই থাকিবলৈ শিকাব লাগিব।

কুঠৰীৰ বুকুত এটি উজ্বল নক্ষত্ৰৰ আৱিৰ্ভাৱ হ'ল। এন্ধাৰ কুঠৰীত আনন্দৰ সম্ভাৱ মেলিলে। কুঠৰীৰ মূক নিষ্পেষিত জনতাৰ মুখ এক অভাৱনীয় আনন্দত উজ্বল হৈ উঠিল।

নীলা হাফপেণ্ট, বগা কামিজ, মূৰত চাহাবী টুপীৰে সৈতে চন্দ্ৰ ফুকনে কান্ধত কোৰ তুলি ললে। ফুকন চাহাবে কুঠৰীত আনাৰসৰ বাৰী পাতিলে। এইজন চাহাবৰ অফুৰন্ত কৰ্মশক্তি দেখি বনুৱা কৰ্মী সকলো স্তম্ভিত হ'ল। বনুৱাই



পৰিশ্ৰান্ত হৈ ভাগৰত লালকাল দিয়ে— ফুকন চাহাবে হাঁহি মুখে প্ৰেৰণা দিয়ে। কামে ভাগৰ নলগায়, ভাগৰ লগাই মনে।

ফুকন চাহাবৰ আনাৰস অখণ্ড ভাৰতবৰ্ষৰ পঞ্জাবৰ লিয়ালপুৰত অনুষ্ঠিত হোৱা সৰ্বভাৰতীয় কৃষি প্ৰদৰ্শনীত উৎকৃষ্ট বুলি পৰিগণিত হ'ল। লক্ষ্ণৌ আৰু কলিকতাৰ বজাৰত সেই সময়ত একোটা কুঠৰীৰ আনাৰস দুটকা আঢ়ৈ টকাত বিক্ৰী হ'বলৈ ধৰিলে। খেতিয়ক হিচাপে সুখ্যাতি বিয়পি পৰিল।

তেওঁৰ মৌজাৰ দুখীয়া-নিচলা মানুহে যেতিয়া এটকা বা তিনি টকীয়া ৰজাৰ খাজানা দিব নোৱাৰি ফুকন চাহাবক কয়হি; চাহাব ঃ আমাৰ ফালে কাটিলেও কাটিব পাৰে খাজানাটোহে দিবলৈ আমাৰ ফালে একদম পইচা নাই। হাঁহি মুখেৰে মৌজাদাৰ চাহাবে সিহঁতক নিৰ্ভৰ দিয়ে সিহঁতক দুসাজ খাব পৰা জোখাৰে চাউল-পাতি দি বিদায় দিয়ে। ফলত মৌজাৰ কিস্তি বাকী পৰি যায়। বছৰি বছৰি অনাদায় হৈ থকা দুই তিনি হাজাৰ টকা অন্য ব্যৱস্থাৰে সংগ্ৰহ কৰি ৰজাৰ দায় মাৰিব লাগে। চৰকাৰৰ ৰেকৰ্ডত চন্দ্ৰ ফুকন বেয়া মৌজাদাৰ, কিন্তু ৰায়তৰ মানত ফুকন চাহাব মৌজাদাৰ নহয় দেৱতাহে।

অসমত পৰিবহন ব্যৱস্থা নাই বুলিলেই হয়। তেওঁৰ বাগানত উৎপন্ন হোৱা আনাৰস লক্ষ্ণৌ, কলিকতালৈ পঠাওঁতে বাটতে আধা গেলে। স্থানীয় বজাৰলৈ পঠিয়াবলৈ ৰেল মটৰ নাই। পৰিবহনৰ উন্নত ব্যৱস্থাৰ কাৰণে চৰকাৰ কৰ্তৃপক্ষলৈ লিখি ফাইল ভৰালে, কিন্তু সকলো নিৰ্বিকাৰ।

তেওঁ ঠিক কৰিলে ফল তেওঁ সংৰক্ষণ কৰিব। ১৯৫৩ চনত ফল সংৰক্ষণ কাৰখানা প্ৰতিষ্ঠা কৰিলে। দিল্লী, কলিকতা আনকি ইংলেণ্ড আৰু ৰাছিয়াৰ বজাৰতো তেওঁৰ ফেক্টৰীৰ সংৰক্ষিত আনাৰস উচ্চ মানৰ বুলি সমাদৃত হ'ল। কিন্তু প্ৰয়োজনীয় অৰ্থৰ অভাৱত তেওঁৰ কাৰখানাই প্ৰসাৰতা লভিব নোৱাৰিলে।

কুঠৰীক তেওঁ পোহৰলৈ আনিলে। ল'ৰা-ছোৱালীক শিক্ষা দিবলৈ তেওঁ স্কুল পাতি দিলে। জনজাতীয় মিকিৰ ছোৱালীক আনি উৰণ শালত কাপোৰ বব শিকালে। খেতিয়কক উন্নত পদ্ধতিত খেতি কৰিবলৈ শিকালে।

এক কথাত চন্দ্ৰ ফুকনেই কুঠৰী আৰু কুঠৰীয়েই চন্দ্ৰ ফুকন হৈ পৰিল। সু-অভিনেতা, নাট্যকাৰ, নাট্য শিল্পী, কবি, সুসাহিত্যিক চন্দ্ৰ ফুকন......... এইয়া কুঠৰীৰ নীচলা ৰাইজৰ চন্দ্ৰ ফুকন, খেতিয়ক চন্দ্ৰ ফুকন, কল্যাণকামী চন্দ্ৰ ফুকন।

আজিৰ পৰা দুবছৰৰ আগতে সদৌ অসমৰ বাইজৰ লগতে কুঠৰীবাসীক কন্দুৱাই বিশেষকৈ কুঠৰীক মাউৰা কৰি চন্দ্ৰ ফুকনে দৈহিক মেলানি মাগিলে।

আজিৰ এই পবিত্ৰ মৃত্যু দিৱসত এইজনা মহান পুৰুষক সুধীৰ আমাৰ শ্ৰদ্ধা তৰ্পণ কৰিলো।

---

# এজন শিল্পীৰ শেষ অভিনয়

ডাঃ দুৰ্গেশ্বৰ কছাৰী

"মৰণলৈ মোৰ অলপো ভয় নাই, পিচে যন্ত্ৰণাহীন মৃত্যু এটা দিবলৈ যত্ন কৰিবা।" এইয়া জীৱন যুদ্ধত যুঁজ কৰি কৰি পৰাজয়কে শিৰ পাতি লৈ মৃত্যুৰ বাবে সাজু হোৱা চন্দ্ৰ ফুকনদেৱৰ মৃত্যুৰ আগমুহূৰ্তৰ অনুৰোধ।

আচৰিত যেন লাগিলেও সত্য যে কুঠৰীৰ নিচিনা অনুন্নত পিচ পৰা অঞ্চলতো শিল্পীজনাক আধুনিক চিকিৎসা বিজ্ঞানৰ প্ৰয়োজনীয় আহিলা পাতিৰ দ্বাৰা চিকিৎসা কৰাত বাধা হোৱা নাছিল। অথচ শেষ আশা 'যন্ত্ৰণাহীন মৃত্যু' আগবঢ়োৱাত সফল হলেও আধুনিক চিকিৎসা বিজ্ঞানৰ জয় যাত্ৰাৰ পথৰ শেষ হেঙাৰ স্বৰূপ 'মৃত্যু' সেই মৃত্যুৰ পৰা ৰক্ষা কৰিব পৰা নগল। লগে লগে চন্দ্ৰৰ জ্যোতিৰে জ্যোতিৰ্মান কৰি ৰখা অসমৰ নাট্য-মঞ্চৰ বুকুলৈ আঁউসীৰ ক'লা এন্ধাৰ নামি আহিল।

এটি নাম, নামটিৰে সৈতে এটি বিন্দু, নামটোৰ আগত সংযোগ হ'ল। হেৰাই গ'ল বহুতো আশা, বহুতো প্ৰতিভা। কুঠৰীবাসী ৰাইজ আৰু জনজাতীয় ৰাইজৰ প্ৰাণৰো আপোন ফুকন দেউতা, ফুকন চাহাব, নিজৰ শিল্পী-অভিৰুচি মতে সজোৱা বিৰাট চৌহদৰ ফুলেৰে আগুৰি থকা বঙলাৰ নিজস্ব বিচনাত বাকৰুদ্ধ হৈ শুই পৰিল। চাৰিওকাষে অশ্ৰুনয়নৰে আছে শ্ৰদ্ধেয়া ফুকননী, বাপী, বাবেক, ইদ্ৰিচ আদি বহুতো। মিহিৰ, জেৰকা সাজু আছে, চাহাবে কিবা আদেশ দিব, চকুৰে কিবা ইংগিত দিব এই যেন কাৰোবাক নাম ধৰি মাতিব ! ৰামচন্দ্ৰ নাটকৰ পৰা চান্দ সদাগৰলৈকে অভিনয় কৰি কৰি ভাগৰি নপৰা শিল্পী চন্দ্ৰ ফুকন আজি স'চাকৈয়ে ক্লান্ত-শ্ৰান্ত নে ? এইয়া যে জীৱনৰ স'চা অভিনয়ৰ আৰম্ভনি। এই কাল ঘুমটি কেতিয়া ভাঙিব ? ডাক্তৰে শেষবাৰলৈ নাড়ী পৰীক্ষা কৰি অস্থিৰ হৈ পৰিল। লাহে লাহে অক্সিজেন মাস্ক গুচাই দি বেদনাসিক্ত কণ্ঠেৰে ঘোষণা কৰিলে— "মই দুঃখিত, ফুকন ডাঙৰীয়া আৰু ইহ জগতত নাই।"

তেতিয়া সময়ৰ কাটাত ৰাতি ১১ বাজিবলৈ আৰু ২৫ মিনিট বাকী। শুক্ৰবাৰ, ১৯৭১ চনৰ আগষ্ট মাহৰ ২৭ তাৰিখ। কুঠৰীৰ ইমূৰৰ পৰা সিমূৰলৈ বঙলা বুলি বাইজৰ লানি লাগিল। পিতৃক অকালতে হেৰুৱাই কুঠৰীবাসী ৰাইজ বেদনাত ভাঙি পৰিল। কোনে কাক সান্ত্বনা দিব ! ওচৰৰ আম গছজোপাৰ পৰা নতুনৰ জাননী দি দি এটি কেঁচা চৰাই উৰি গুচি গ'ল।— 'মই আকৌ আহিম, সোণৰ অসমৰ পাহাৰ ভৈয়ামৰ সন্ধিস্থল, দুৰ্গম অৰণ্যৰে ভৰা কুঠৰীলৈ, পিচ পৰা আৰু জনজাতীয় ৰাইজক বুকুৰ মৰমেৰে বান্ধি আধুনিক শিক্ষাৰে শিক্ষিত কৰি কুঠৰীবাসীক আগুৱাই নি পৃথিৱীৰ মানচিত্ৰত কুঠৰীক এটি উজ্জ্বল বিন্দু ৰূপে জিলিকাই ৰাখিম। ৰাজ বিষয়াই কুঠৰীক হেজাৰবাৰ অৱহেলা কৰিব, মইও হেজাৰ বাৰ আহিম, হেজাৰ বাৰ জনম লম।'

সৰুৰে পৰাই ফুকনদেৱৰ লগে লগে ঘূৰি ফুৰা শ্ৰীযুত চন্দ্ৰ মহন্তই নিজকে প্ৰকৃতিস্থ কৰিব নোৱাৰা হ'ল। আছল পিতৃক হেৰুৱাই যেন পুত্ৰৰ অন্তৰে হাঁহাকাৰ কৰি উঠিল। সকলো ফালে মাথো অন্ধকাৰ। এধানি পোহৰ মাত্ৰ পিতৃৰ আদৰ্শ। তথাপিও তাকে সৰোগত কৰি আগবাঢ়ি যাব লাগিব। কুঠৰীক অন্ধকাৰৰ মাজেদিয়েই পোহৰলৈ বাট বুলি আগুৱাই নিব লাগিব— পুৱাৰ সূৰ্যই ভুমুকি মৰাৰ আগতে সমগ্ৰ অসম মাতৃৰ সন্তান সকলক জানিবলৈ দিব লাগিব অসম মঞ্চ আকাশৰ এটি উজ্জ্বল নক্ষত্ৰ 'চন্দ্ৰ ফুকন' আৰু নাই।

শনিবাৰ, ১৯৭১ চনৰ আগষ্ট মাহৰ ২৮ তাৰিখ। পুৱা ফুকন চাহাব নগাঁৱলৈ যাবলৈ ওলাল। সাধাৰণ কথা ফুকনচাহাবে বাৰেক বা অন্য কাৰোবাক লগত লৈ নগাঁৱলৈ বন্ধু-বান্ধৱৰ মাজলৈ যায়। এইবাৰৰ যাত্ৰা কিছু ব্যতিক্ৰম। এখন মুক্ত ট্ৰাকত ফুলেৰে সজোৱা বিচনাৰ ওপৰত ফুকন চাহাব শুই যাব। লগতে থাকিল গুণমুগ্ধ ৰাইজ। কুঠৰীৰ পৰা নগাঁৱলৈকে গোটেই পথছোৱাত ৰাইজ আৰু বিভিন্ন অনুষ্ঠানৰ তৰফৰ পৰা জনোৱা শ্ৰদ্ধা ফুকনদেৱে মৌন ভাৱে গ্ৰহণ কৰিলে। নগাঁও চহৰৰ প্ৰধান প্ৰধান পথ সমূহেদি পৰিভ্ৰমণ কৰি শিল্পী জীৱনত নোপোৱা ৰাইজৰ হিয়াৰ মৰম ফেৰা, এটি হুমুনিয়াহ, এধানি সমবেদনা, এটুপি চকুলো নীৰৱে গ্ৰহণ কৰি কৰি বুকুৰ অতি আপোন কলিজাৰ কেঁচা তেজ দি দি অৰ্চনা কৰি অহা বেদী নগাঁৱৰ নাট্য মন্দিৰ পালেগৈ।

দিন দুপৰতে নগাঁৱৰ নাট্য মন্দিৰ জাগি উঠিল। স্থানীয় সকলো অফিচ অনুষ্ঠান বন্ধ কৰি শিল্পীজনাৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰা হ'ল। নগাঁৱৰ নাট্য



মন্দিৰলৈ সকলো ফালৰ পৰা মানুহৰ ঢল আহিল। চন্দ্ৰ ফুকনৰ প্ৰাণস্পৰ্শী অভিনয় চাবলৈ, অভিনয় চাই চাই চৰিত্ৰৰ হাঁহি কান্দোনৰ লগত নিজকে বিলাই দি পৰিতৃপ্ত হবলৈ দৰ্শকে অলপো চিন্তা কৰিব লগা হোৱা নাছিল। চন্দ্ৰ ফুকনৰ আজিৰ অভিনয় জীৱনৰ চৰম সত্য তথা শেষ অভিনয়। আৰু সেইয়ে আজি নগাঁও চহৰৰ সকলোৱে মৰমৰ মঞ্চ অভিনেতা জনক শেষ দৰ্শন লাভ কৰিবলৈ ব্যগ্ৰ । এই ৰঙ্গমঞ্চতেই ৰামচন্দ্ৰৰ সীতা ৰূপে নাৰীৰ কোমল লয়লাস, পিয়লি ফুকনত চাকোলা পিয়লি ৰূপে ফাঁচীৰ কাঠগড়াত ঠিয় হৈ বজ্ৰ নিনাদ ধ্বনি, চান্দ সদাগৰৰ মূল ভুমিকাত চাৰিত্ৰিক ভঙ্গী আৰু বহুতো, আৰু এইয়া চন্দ্ৰ ফুকনৰ শেষ অভিনয়ত চন্দ্ৰ ফুকন ৰূপে ফুলৰ মালাৰে আবৃত্ত, বাকৰুদ্ধ পলকহীন দৃষ্টি...............।

অভিনয় বলিয়া মনটোৱে এইয়াও কি অভিনয় কৰিছে। ই যে বাস্তৱ, সঁচা অভিনয়। সেইয়ে অজানিতে দৰ্শকৰ চকু চলচলীয়া হৈ পৰিল, কোনোবা আইতাই নিজক শাসন কৰিব নোৱাৰি ফেকুৰি ফেকুৰি কান্দি পেলাইছে। অনুষ্ঠানবিলাকৰ পৰা ফুলৰ থোপা আৰু নেতা সকলে ফুল আৰু ভাষাৰে শেষ শ্ৰদ্ধা জনালে। অসমীয়া জাতিয়ে শিল্পীক তাতোকৈ কিবা বেছি দিয়া কথা আজিও ভাবিব পৰা নাই। আকৌ কেনোবা পিয়লি জনম লৈ ফাঁচীৰ কাঠগড়াৰ পৰা বিঙিয়াই বিঙিয়াই সোঁৱৰাই দিব লাগিব শিল্পীৰো পেটত ভোক থাকে, শিল্পীৰো একোটা মন আছে। জীৱিত অৱস্থাতে সমাজৰ এফেৰা মৰম, এধানি সমবেদনা পাবলৈ আশা কৰে এই শিল্পী সকলেও। সেই পিয়লিৰ বা জন্ম হ'ব কেতিয়া ;.................

পাহাৰ ভৈয়ামৰ সন্ধিস্থল এইখন কুঠৰী। ফুকন চাহাবে নিজ হাতেৰে গঢ় দিয়া কুঠৰী য'ত পাহাৰ ভৈয়ামৰ সুন্দৰ সমন্বয় ঘটিছে, নাই কাৰো ভিন ভাৱ। এই কুঠৰীলৈকে উভতিল চন্দ্ৰ ফুকন লগত আহিল বহুতো বন্ধু-বান্ধৱ আৰু উচ্চ পদস্থ ৰাজ বিষয়া। সেই সকলৰ পদ ধুলাৰে কুঠৰীক পুন্য ভুমিত পৰিণত কৰা হ'ল। ধন্য হ'ল কুঠৰী। পাহাৰ ভৈয়ামৰ সঙ্গম স্থলতে মনোবাঞ্চিত এদোখৰ আচুতীয়া ঠাই। তালৈকে ফুকন চাহাবক গায়ন বায়নেৰে সৈতে আগবঢ়াই নিয়া হ'ল। তাত থাকিয়েই যেন সকলোকে দৃষ্টি দি থাকিব অথচ আনে গৈ যেন তেওঁৰ চিন্তাত যতি পেলাব নোৱাৰে ।

ফুকনদেৱক চাঙত তুলি আগবঢ়াই নিয়া হ'ল চিতাৰ মণ্ডলৈ। অভিনয় কৰিব, শেষ অভিনয়ত চন্দ্ৰ ফুকনৰ চিতাগ্নি দৃশ্যত। এইয়া অভিনয় নে বাস্তৱৰ দৃঢ়

সত্য ! নাই দেখোন একো মঞ্চ গৃহ কোনো মঞ্চ সজ্জা, মাথো মুক্ত আকাশৰ তলত প্ৰকৃতিৰ কোমল বেষ্টনীৰ মাজত কাঠ বাঁহেৰে এখনি চিতা। আকাশত চন্দ্ৰই ভুমুকি মাৰি বেজাৰতে ডাৱৰৰ পৰ্দাত আঁৰ ললে। পদুম কোমল শয্যাৰ বদলি কাঠ বাঁহৰ চিতাৰ ওপৰত অভিনেতাজনক শুৱাই দিয়া হ'ল।

আৰম্ভ হ'ল চন্দ্ৰ ফুকনৰ শেষ অভিনয়ৰ চিতাগ্নি দৃশ্য। মন্ত্ৰ পাঠৰ পিচতেই অগ্নি দেৱতাই চন্দ্ৰক বুকুত আকোৱালি ললে। চিতাৰ জুইকুৰা কুন্দলী পকাই পকাই ওপৰলৈ, বহু ওপৰলৈ উঠি গ'ল। তাৰ ছাঁই কণা কুঠৰীৰ বুকুত, প্ৰকৃতিৰ সতে লীন গ'ল। সেই দৃশ্য চাব নোৱাৰি বহু লোক আঁতৰি পৰিল, বহু লোক ওচৰতে ৰৈ থাকিল ম্লান বদনে।

বহুতেই বহু মন্তব্য কৰিলে, আগতে প্ৰকাশ নকৰা বহু কথা প্ৰকাশ পালে কাৰণ চন্দ্ৰ ফুকনে আৰু কোনো নাটকত, কোনো বোলছবিত অভিনয় কৰিবলৈ নাহে। চন্দ্ৰ ফুকনৰ জীৱন নাটৰ এইয়ে যে শেষ অভিনয়।

সহজ সৰল পাহাৰী জনজাতীয় ৰাইজৰ এজন ইকই চিকাৰীয়ে চকু পানী মচি মচি কৰে "চাব (চাহাব) হলে গ'ল। আমাৰ ফালে আৰু কোন দেখিব ? আমাৰ হলে চাহাবৰ পিচতেই যাম দে।" স'চা ইকই চিকাৰীয়েও এমাহৰ পিচতেই চাহাবৰ পথ ললে। সেই অভিনয় আৰু কৰুণ, অতি মৰ্ম্মস্পৰ্শী। চাবলৈ, যেন কোনো নাই। ফুকন চাহাবেও যে জীৱন নাটৰ শেষ অভিনয় কৰি গ'ল।

কুঠৰীলৈ কোনে উভতি চাব.........? কুঠৰীৰ সহজ সৰল পিচপৰা আৰু জনজাতীয় লোকসকলৰ কাৰণে কোনে এবাৰ মাত মাতিব.........? শিল্পী, উদ্যোগপতি, আদৰ্শ কৃষক চন্দ্ৰ ফুকনদেৱৰ সপোন কেতিয়া বাস্তৱত ৰূপ লব.........?

---

# "শিল্প প্ৰাণ চন্দ্ৰ ককাইদেউৰ সোঁৱৰণত"

হৰেণ শৰ্মা ( নিতু )

মোক এৰিলেও মই নেৰো, কিহক, কাক নুবুজিলো, কোনে কৈছিল, কিয় কৈছিল, কেনেদৰে কৈছিল, কিহৰ দুখত কৈছিল, কিহৰ ক্ষোভত কৈছিল নে ব্যক্তিগত স্বাৰ্থত নে নিজকে আনৰ মাজত বাহ বাহ প্ৰতিষ্ঠা কৰিবৰ বাবে এলানি হাত চাপৰিৰ মাজত আছিল দুয়ো জনৰে একে সুৰ, একে লয়, একে মন্ত্ৰ, একে কথা, কৈছিল নটসূৰ্য্য ফণী শৰ্মাই শিল্প প্ৰাণ চন্দ্ৰ ফুকনে— মই নাটঘৰ নেৰো, হয়তো মোৰ অসুস্থতাৰ বাবে মোক এৰিব খোজে। ময়ো নটসূৰ্য্যৰ দৰে নাট্যগোষ্ঠীৰ দল এটি লৈ অসমৰ ইমুৰৰ পৰা সিমুৰলৈ ঘূৰি ফুৰিলো হয়। কিন্তু নোৱাৰিলো মোৰ অসুস্থ শৰীৰৰ বাবে, বৰ দুখ লাগে। কিন্তু এটি নিৰাশাৰ নহয় আশাৰ হুমুনিয়াহৰে কৈছিল মোৰ সেই আশা-আকাঙ্খা পৰম আত্মীয় নটসূৰ্য্যই পূৰণ কৰিছে আৰু কৰিব। নটসূৰ্য্য ফণী শৰ্মাক আত্মীয় বুলি কওঁতে আচৰিত হৈছিলো। আমাৰ শিল্পীৰ কোনো জাত নাই, ধৰ্ম নাই, আমাৰ সকলোৰে ধৰ্ম হ'ল মানুহক পৃথিৱীৰ শ্ৰেষ্ঠ জীৱ মানৱক একতাৰ দোলেৰে বন্ধা। এখনি মৰম দিয়া, এখনি আনন্দ দিয়া। স'চাকৈয়ে নাটঘৰ বলিয়া এই চন্দ্ৰ ককাইদেৱে যেতিয়া শুনিলে যে নগাৱঁৰ শ্বহীদ ভৱনলৈ আজি অসমৰ মুখ্যমন্ত্ৰী শ্ৰীযুত চৌধুৰী ডাঙৰীয়া আহিব, আহিব পিচপৰা জনজাতি সম্প্ৰদায়ৰ সভালৈ। চন্দ্ৰ ককাইদেৱে ইয়াৰ আগতে কেইবাবাৰো শিবলঙলৈ যোৱাৰ কথা ভাবিছিল—নগাঁও নাট্যমন্দিৰৰ আধৰুৱা গৃহটি সম্পূৰ্ণ কৰাৰ কথালৈ মুখ্যমন্ত্ৰীক লগ পাবলৈ। কিন্তু যাব নোৱাৰিলে, মাত্ৰ চাৰি ঘণ্টাৰ বাট শিবলঙলৈ। সেইবাবে তেওঁ মোক আমাৰ নাট্যমন্দিৰৰ চকিদাৰৰ হতুৱাই মতাই আনি মুখ্যমন্ত্ৰীক তিনি বজাত শ্বহীদ ভৱনত লগ পাবৰ

বাবে যোৱাৰ ব্যৱস্থা কৰিব লাগে বুলি ক'লে। হয়তো আপোনালোকে ভাবিছে আমোলাপট্টিৰ পৰা শ্বহীদ ভৱনলৈ যাব তাৰ বাবে আকৌ ব্যৱস্থা, ই কি ধৰণৰ ?

সেই সময়ত ককাইদেউ বৰ অসুস্থ হৈ পৰিছিল। তথাপি তেখেতৰ সেই নাটঘৰ বলীয়া মনটোৱে মনা নাছিল। সেইবাবে বিচনাৰ পৰা উঠিব নোৱাৰা চন্দ্ৰ ককাইদেউৰ নেৰানেপেৰা যুক্তিত তিকিব নোৱাৰি তেখেতক মই আৰু মোৰ ভাই বাবাই কান্ধত নিয়াৰ দৰে লৈ গলো। সেই সভা যদিও অৰ্জুনগুৰিৰ মেলাৰ দৰেই হোৱা নাছিল তথাপি তেনে যেনেই লাগিছিল; যেতিয়া তাত থকা ৰাইজে ককাইদেউক—উপায়ুক্তৰ আৰু শান্তিৰক্ষক বাহিনীৰ বৰমূৰীয়াৰ ওচৰলৈ তে তেখেত তালৈ যোৱাৰ অভিপ্ৰায়ৰ কথা জনাই আৰু শ্বহীদ ভৱনৰ খটখটিয়েদি যেতিয়া আমাৰ কান্ধৰ ওপৰত ভৰ দি ওপৰলৈ উঠি গৈছিল, তেতিয়া ৰাইজে অৰ্জুনগুৰিৰ মেলালৈ পিয়লি যাওঁতে যিদৰে আচৰিত হৈছিল ঠিক তেনেদৰে আচৰিত হৈছিল সেইদিনা। মুখ্যমন্ত্ৰী চৌধুৰীদেৱে আহি ককাইদেউক সাৱটি ধৰিলে। চৌধুৰীদেৱে ককাইদেউক সুধিছিল আপুনিওতো পিচপৰা সম্প্ৰদায়ৰ আপোনাৰ কিবা ক'ব লগা আছে নেকি ?

তেতিয়া ককাইদেৱে কৈছিল, আপোনালোকৰ কাৰ্য্য-সূচীত নিৰ্দিষ্ট বক্তা হিচাপে নহলেও সমজুৱাৰ ফালৰ পৰা কোৱাৰ শাৰীত মোৰ নামটো দিবৰ বাবে ৰূপৰাম সুতক কৈছো। লগে লগে সুত ডাঙৰীয়াই বৰ আনন্দৰে ৰাইজৰ আগত জনালে। আমাৰ আজি বৰ সৌভাগ্য যে, অসমৰ শ্ৰেষ্ঠ শিল্পী, নাট্যকাৰ, বক্তা ফুকন ডাঙৰীয়াই এই সভাত দুআষাৰ কব। আৰু তাতোকৈ সৌভাগ্য যে, তেখেতে ইমান অসুস্থতাৰে এই সভাত যোগ দিছেহি। লগে লগে হাত চাপৰিৰ ৰোল উঠিল। চন্দ্ৰ ককাইদেউৱে আমাৰ কান্ধত ভৰ দি ৰাইজক দেশৰ বৰমূৰীয়াক সম্বোধন কৰি বক্তব্য আৰম্ভ কৰিলে।

ৰাইজ ! যদি মোৰ কথাত ভুল হয় তেনেহলে দায়দোষ নধৰিব। বহুদিন পৰা মোৰ অন্তৰত গুজৰি-গুমৰি থকা আহুকালবিলাক আজি এই সভাত কবলৈ আহিছোঁ—তেখেতৰ কোৱাৰ বচন-ভংগী, আদৰ-কায়দাত সকলোৱে আনন্দত আত্মহাৰা হৈ হাত চাপৰি আৰম্ভ কৰি দিলে। মই মনে মনে কেইজনমান মানুহে কোৱা শুনিছিলো, আমাৰ কথা আজিহে জানিব দেশৰ বৰমূৰীয়াসকলে। কিন্তু কি হ



সকলো আচৰিত "আমি কওঁ ৰাজভৱনৰ কথা আৰু তেওঁ কয় কলঠোকা বাদুলিয়ে খালে।"

ৰাইজ ! মই আজি এই সভাত কথা কবলৈ আপোনালোকৰ ওচৰলৈ অহা নাই, য'ত ইমানবোৰ বিশিষ্ট বক্তাই আৰু অসমৰ মাননীয় মুখ্যমন্ত্ৰী ডাঙৰীয়াই নিজেই কবলৈ আৰু জানিবলৈ আহিছে, আপোনালোকৰ সেই আহুকালবোৰ। মই আপোনালোকক আমাৰ চৰকাৰৰ আন এটি গুৰুত্বপূৰ্ণ অতি প্ৰয়োজনীয় এটা জাতিৰ মেৰুদণ্ড অলংকাৰ সদৃশ সংস্কৃতিৰ বিষয়েহে কব খুজিছো। যাৰ হোতা আছিল মহাপুৰুষ শংকৰদেৱ। আমাক এটা নাটঘৰ লাগে, লাগে সংস্কৃতি জীয়াই ৰাখিবৰ আৰু ইয়াৰ বাবে লাগে অৰ্থ, নালাগেনে বাৰু ৰাইজ ? গতিকে ৰাইজ ! আমি আমাৰ অসমৰ মুখ্যমন্ত্ৰী চৌধুৰী ডাঙৰীয়াক অনুৰোধ কৰিছো আমাৰ সেই আশা পূৰণ কৰিবৰ বাবে। চৌধুৰীদেৱে প্ৰতিশ্ৰুতি দিব লাগিব সেই আশা পূৰণ কৰিমেই বুলি। আমাক এটি জাতীয় নাট্যশালা লাগে। এই নগাৱ'ত য'ত গুৰু শ্ৰীমন্ত শংকৰদেৱে ৰচিছিল, দেখিছিল সেই যুগৰ এটি পূৰ্ণ নাট্যশালা আৰু নটসূৰ্য্যৰ সেই আশা পূৰণ কৰিব লাগিব। আমাৰ ষ্টুডিঅ' নহল অ'ত বছৰে, নটসূৰ্য্যই ষ্টুডিঅ' আৰু নাট্যশালাৰ বাবে মৃত্যুৰ সময়লৈকে চিঞৰি চিঞৰি ইহলীলা সামৰণ কৰিলে, নিজৰ স্বাৰ্থকো আওকাণ কৰি, নিজৰ সংসাৰকো অৱহেলা কৰি।

তেতিয়া মুখ্যমন্ত্ৰী চৌধুৰীদেৱে আমাৰ নাটঘৰৰ বাবে কিবা এটা কৰাৰ এক আশা দিছিল। তেওঁ কৈছিল—"আপোনালোকৰ নাটঘৰৰ বাবে টকাতো দিছোৱেই কিন্তু ক'তা আপোনালোকৰ নাটঘৰত দেখোন নাটকেই নহয়। মই কেবাবাৰো অভিনয় চাবলৈ আহি চাবলৈ পোৱা নাই। গতিকে নাটঘৰ বনাই কি কৰিব যদি নাটকেই নহয় ? গতিকে এইবোৰ বাদ দি আপোনাৰ স্বাস্থ্যৰ প্ৰতি চকু দিয়ক। আচৰিত আপুনি এতিয়াও নাটঘৰৰ কথা এৰিব পৰা নাইনে ?" তেতিয়া যেন চন্দ্ৰ ককাইদেৱে 'পিয়লি ফুকন'ত কোৱাৰ দৰে কৈছিল, "মোক এবাৰ ফাঁচী দিব মই দুবাৰ আহিম, দুবাৰ ফাঁচী দিব মই দহবাৰ আহিম, দহবাৰ ফাঁচী দিব মই এশবাৰ আহিম। মোৰ শৰীৰে নাটঘৰ এৰিলেও মই নেৰো। মোৰ অসুস্থ শৰীৰেৰে নাটঘৰৰ কথা ভাবিম তাৰ বাবে কাম কৰিম। মোৰ পিচত ইহঁতে কৰিব। কিন্তু সপোন দিঠ-

কত পৰিণত কৰিমেই।" সেয়েহে মোৰ আজি বাৰে বাৰে মনত পৰিছে নটসূৰ্যই মনৰ ক্ষোভত ধিং সাহিত্য সভাত দিয়া ভাষণৰ ফাঁকিলৈ —"কুমাৰে মূৰ্তি গঢ়ে তাত প্ৰাণ প্ৰতিষ্ঠা কৰে পুৰোহিতে। দেশৰ নেতাসকলে, ৰাজনীতিজ্ঞ সকলে দেশ গঠন কৰে; বিভিন্ন আইনৰ মাজেদি জনসাধাৰণক সংগঠন কৰে। কিন্তু জনসাধাৰণৰ অন্তৰস্পৰ্শী প্ৰাণ প্ৰতিষ্ঠা কৰিব নোৱাৰে। পাৰে সেই দেশৰ, সেই জাতিৰ সাহিত্যিক-শিল্পী সকলে। তাহানি অসমীয়াৰ বহুত আছিল, এতিয়াও আছে, আৰু ভৱিষ্যতেও থাকিব। পূৰ্বপুৰুষৰ ৰক্ত ধাৰণ এতিয়াও এই জাতিৰ শিৰাই শিৰাই প্ৰবাহিত।"

শিলে সাৰ পাইছে। পোৱাই স্বাভাৱিক। নিদ্ৰিত আগ্নেয়গিৰিৰ বুকুত গুৰু গম্ভীৰ শব্দ শুনা গৈছে। আৰু অলপ আঘাত পালে উদ্গীৰণ হ'ব। দেশৰ নেতা সকল সাৱধান হ'বৰ হ'ল।

———

# চন্দ্ৰ মামাৰ স্মৃতিত দুআষাৰমান

ৰীণু শৰ্মা (পিল)

ৰাজআলিৰ খুঁটিৰ দৰেই জীৱনটোৰ একো একোটা বছৰ। ১৯৭১ উকলি ১৯৭২ত সোমাল। চকুৰ পচাৰতে এটা বছৰ পাৰ হৈ গ'ল। সময়ৰ দেও'নাক ধৰি ৰাখিব নোৱাৰিলো। মাথো সুঁৱৰিলো হে— মামাই কোৱা সেই কথাষাৰলৈ—

"যেদিন আমি হাৰিয়ে যাব সেদিন তুমি বুঝবে সেদিন বুঝবে।" এই বাণীয়ে আজি মোক বিভিঙয়াইছে আৰু আজি মই উপলব্ধি কৰিছো। মামালৈ মনত পৰি এইয়া তেখেতৰ সম্পৰ্কে দুআষাৰমান লিখিবলৈ ওলাইছো।

সেয়েহে আজি আত্ম অভিমানী— নিজৰ মতত আকোৰ গোজালি হৈ লাগি থকা বাকপটু, ৰোমাণ্টিক আৰু যুক্তিবাদী গুণ-বিশিষ্টৰ অধিকাৰী মামাৰ প্ৰতিভাৰ বিষয়ে কবলৈ গৈ মোৰ ভয় লাগিছে, জানোছা তেখেতৰ শাৰদীয় জোৎস্নাৰ দৰে নিৰ্মল গুণবোৰত চেকা লাগে হয়তোবা মামাৰ স্বৰ্গত আত্মা আহি মোক সতৰ্ক কৰি দিবহি সাৱধান, যি বুজিছ যি ভাবিছ সেইখিনিয়েই যথেষ্ট নহয়— তোৰ মামা তাতকৈ বহু ওপৰত।"

আনলৈ চিঠি লিখি আনৰ লগত মিতিৰালি পতাটোৱেই যেন মামাৰ জীৱনৰ কৰ্ত্তব্যবোৰৰ ভিতৰত এটা আছিল। এদিন তেখেতে মোক কৈছিল— "কাঁহটো যেনেকুৱা এটা মোৰ ব্যাধি, চিঠি লিখাটোও মোৰ এটা ব্যাধি।" মিনিটে মিনিটে টুকুৰা-টুকুৰি কাগজত পৃথিৱীৰ নতুন নতুন খবৰ জনাই উপদেশ দি চিঠি দিয়াটো তেখেতৰ প্ৰতিভাৰ অন্যতম বৈশিষ্ট্য। কেতিয়াবা মামাৰ ওপৰত মোৰ খং উঠে। কিমান নো উত্তৰ দিম। নিদিলেও লাগে লেঠা। কিন্তু তাৰ পৰিণামত যি প্ৰত্যুত্তৰ পাম তাতকৈ দিয়াই ভাল বুলি সংক্ষেপে চিঠিৰ সামৰণি মাৰো। এদিন হয়তো তেখেতে নিজেই বুজিলে। কাৰণ ১৫।১২।৬৯ তাৰিখে মোলৈ লিখা এখন চিঠিত তেখেতে নিজৰ দোষ লুকুৱাব নোৱাৰি মোক জনাইছিল "তোক যদি কোনোবাই সোধে

এইটো তোৰ কেনে মামা। তহঁতলৈ আঠ পৃষ্ঠা চিঠি লিখে, তই কবি— (মোক আকৌ কেনেদৰে কব লাগে তাকো বৰ্ণাইছে—) এইদৰে—

হয় পো গোফাল— (গোফ থকা টঙ্কেশ্বৰ শৰ্মাৰ দৰে)

হয় পো মুখাল— (কথা চহকী মোৰ দৰে)

হয় পো ধনী— (ধৰিব তহঁতৰ আত্মীয় ললিত শৰ্মাৰ দৰে)

হয় পো ল-নি— (ধৰিব পবিত্ৰ বৰকাকতিৰ দৰে)— অ' মোৰ মামা— গোফাল নহয়, ধনী নহয়, এতিয়া আৰু বয়সীয়া লনি নহয়, কিন্তু মুখাল। মুখেৰে কথা কব নোৱাৰিলে চিঠিকে আঠ পৃষ্ঠা লিখে ইত্যাদি।"

মাজে মাজে তেখেতৰ আদেশপূৰ্ণ চিঠিবোৰ পঢ়ি ধৈৰ্যও হেৰুৱাও— তেতিয়া মামাই শান্তনা দি জোকাই লিখে— "খং উঠিছে নেকি ? অলপ উঠক, তিতাফুল, বেতগাজ পেটলৈ ভাল" বুলি পৰি সমাপ্তি ঘটায়। তেনে স্থলত মোৰ বাক্ ৰুদ্ধ হৈ যায়। সুন্দৰ ভাৱ ভাষাৰে আমনি নলগোৱাকৈ চিঠি দি মন মুহিব পৰা এইজন মামালৈ আজি বৰকৈ মনত পৰিছে।

তেখেত আছিল যুগধৰ্মৰ প্ৰতক্ষ্যদৰ্শী পূজাৰী। যুগে যিটো বিচাৰিছে সেই-টোৰ বিৰুদ্ধে গলে তেখেতে ভাল নেপায় । সেয়েহে মোক মাতি নি এদিন তেখেতে বঙালী বিদ্ৰোহী কবি নজৰুল ইচলামৰ এটি কবিতা অনুবাদ কৰি আবৃত্তি কৰি শুনাইছিল—

"আমি যাম সাম্যৰ গান গাই আমাৰ চকুত পুৰুষ ৰমনী একো ভেদা-ভেদ নাই।" অন্ধ কু-সংস্কাৰৰ পৰা ওলাই আহি যুগৰ লগত নিজকে খাপ খুৱাই চলি যোৱাটো তেখেতে বিচাৰিছিল।

গভীৰ সাহিত্য অধ্যয়ন কৰোতা, পাশ্চাত্য ৰীতি-নীতিৰে নিজক গঢ়ি তোলোতা কবি সাহিত্যিক মামাই কেতিয়াবা ভাৱ উচ্ছাসত কব নোৱাৰা হৈ "ভাৰত প্ৰেম কথা" আৰু ৰবীন্দ্ৰ নাথ বিৰচিত "সঞ্চয়িতা" পুথিৰ পাট লুটিয়াই সুন্দৰ আবৃত্তি কৰি সময় কটাই দিছিল। ৰোমাণ্টিক ভাৱাদৰ্শী সম্পন্ন মামাক কেতিয়াবা মই পাৰশ্য কবি ওমৰ খায়ামৰ লগত কিছু সাদৃশ্য দেখা পাওঁ।

জীৱনটো আজি আছে কাইলৈ নাই। জীয়াই থাকোতেই যদি জীৱনটো উপ-ভোগ নকৰো তেনেহলে মৰিলেনো কি কৰিব।



"আজিয়েই দিয়া কালিলৈ কিয়
কোনে জানে মোৰ কালি কি হ'ব

হাজাৰ হাজাৰ বছৰ বিয়পা হয়তো অতীতে সামৰি থব।।" —এই কবিতা ফাঁকিয়ে যেন তেখেতৰ অন্তৰত নিহিত হৈ থকা ভাৱ-ধাৰাকে সূচায়।

কুঠৰী— ৫০ মাইল নিলগৰ দেওঁনা পাৰ হৈ মাহেকত দুবাৰ-তিনিবাৰকৈ নগাওঁ নাট্য মন্দিৰলৈ বুলি অহা দেখিলে তেখেতৰ শিল্পপ্ৰাণ দিশটোলৈ মনত আহি চিৰ পৰিচিত বন্ধু-বান্ধৱক গোটাই লৈ নতুন নাট মঞ্চস্থ কৰি সেই মন্দিৰলৈ ভক্তিৰ অঞ্জলি প্ৰদান কৰে। এই নাট্য মন্দিৰৰ কাৰণে কিনো নকৰিলে তাক কবলৈ যোৱাটো ধৃষ্টতাৰ পৰিচয় মাত্ৰ। মামাৰ জীৱনৰ বিয়লি বেলিকাত তেখেতৰ সৈতে মই এই নাট্য মন্দিৰত এখন নাটক মঞ্চস্থ কৰিবলৈ সুযোগ পাইছিলো। যিখন নাট-কত তেখেতৰ বোৱাৰী হৈ শহুৰৰ সেৱা-শুশ্ৰূষাৰ যোগান ধৰিছিলো। আজি মনত পৰিছে সেই নাটকখনলৈ যিখনৰ নাম আছিল দুৰ্গাবৰ বিৰচিত 'বেউলা'।

অভিনয় সম্পৰ্কে তেখেতে এষাৰ কথা প্ৰায়েই কৈছিল মোক—"বহুজন হিতায় বহুজন সুখায়।" বহুজনৰ হিতৰ আৰু সুখৰ কাৰণে আমাৰ নাট কৰা প্ৰয়োজন। ই কেৱল ব্যক্তি বিশেষকে কেন্দ্ৰ কৰি নেথাকে বহুতকে একেলগে আনন্দ-বেদনা, সুখ-দুখৰ ভাগি কৰে। কাব্য সম্বন্ধে তেখেতৰ অগাধ পাণ্ডিত্য দেখিলে বিস্ময় নেমানি নোৱাৰি। আনক লৈ গৌৰৱ অনুভৱ কৰা, আনক নতুনকৈ সৃষ্টি কৰিবলৈ লোৱাটো যেন তেখেতে নিজৰ জীৱনৰ অন্য এটা দিশ বুলি ধৰি লৈছে।

সেয়েহে গভীৰ দুখেৰে তেখেতৰ অন্তৰৰ ভাৱৰাশি প্ৰকাশ কৰিছিল—
'মই এটি গছপাত
হালধীয়া, সৰি যাম শীতৰ শেষত
তোমালোক কুঁহিপাত
সেউজীয়া, জন্মি চাবা নতুন বেশত।"

মামা গছপাত হৈ সৰি গ'ল। আৰু মই কুঁহিপাত ৰূপেৰে এই মহান শিল্পী-জনক জন্মি চাব বিচাৰিছো— কিন্তু পাম জানো ?

আজি তেখেতৰ মৃত্যু বাৰ্ষিকীত তেখেতলৈ শ্ৰদ্ধা তথা সেৱা জনাই তেখেতে দি থৈ যোৱা উপদেশ আৰু কৰি থৈ যোৱা কাৰ্য্যবোৰৰ মাজেদি তেখেতক যেন এবাৰ নতুনকৈ জন্মি চাম—এয়ে মোৰ স্বৰ্গগত মামাৰ স্মৃতিত কব লগীয়া দুআষাৰমান।

———

# চন্দ্ৰ ফুকনৰ বিয়োগত এটুপি চকুলো

শ্ৰীপুনাৰাম নাথ

হঠাতে খবৰ পালোঁ—চন্দ্ৰ ফুকন আৰু এই সংসাৰত নাই। শুক্ৰবাৰে ৰাতি ১০-৫৫ মিনিটত শেষ নিশ্বাস পেলাই চিৰদিনৰ বাবে তেওঁ ইহসংসাৰ ত্যাগ কৰিলে। এজন মহান শিল্পীৰ জীৱনৰ অৱসান ঘটিল।

বিষাদেৰে ভৰা এই খবৰটো সুদূৰ মাজুলীতো বিয়পি পৰিছিল। বাৰ্তাৰটো পাই মাজুলীৰ কলাপ্ৰেমী যুৱক-যুৱতী আৰু কলা অনুৰাগী ৰাইজ মৰ্মাহত হৈ পৰিছিল। তেওঁৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰি সমবেদনা জনাবলৈ বাধ্য হৈছিল কলা সংস্কৃতিৰে পৰিপূৰ্ণ বুৰঞ্জী প্ৰসিদ্ধ মাজুলীৰ কলামোদী ৰাইজে।

মাজুলীৰ শতকৰা ৯৯ জন কলাকাৰ চন্দ্ৰ ফুকনৰ লগত দেখা সাক্ষাৎ হোৱাৰ সৌভাগ্য নঘটিল বুলি কলেও বঢ়াই কোৱা নহয়। সেইদৰেই তেওঁৰ লগত হয়তো জীৱনত দেখা সাক্ষাৎ হোৱাৰ সম্ভাৱনা নাছিল। কিন্তু তেওঁৰ সৃষ্টিশীল মনৰ সপোন কথা জীৱনজোৰা নাট্য সাধনাৰ আদৰ্শই সকলো কলানুৰাগী ব্যক্তিৰ পৰা সমানে শ্ৰদ্ধা আদায় কৰিব পাৰিছিল। এয়া আছিল প্ৰতিভাশালী মঞ্চ শিল্পী চন্দ্ৰ ফুকনৰ জীৱনৰ বিশেষত্ব আৰু বৈশিষ্টৰ এক উল্লেখযোগ্য স্বাক্ষৰ।

সেইদিনা ২৯ আগষ্ট দেওবাৰ। গড়মূৰত অনুষ্ঠিত পুৰেৱুণ কলা পৰিষদৰ প্ৰথম বাৰ্ষিক অধিবেশনৰ দিন। আনন্দৰ মাজত বিষাদৰ বেঙুণি। জয়জয়তে সমবেত ৰাইজৰ জ্ঞাতাৰ্থে সভাপতি মহোদয়ে জনাব লগাত পৰিল "অসমৰ খ্যাতনামা



শিল্পী সুঅভিনেতা চন্দ্ৰ ফুকনৰ যোৱা শুক্ৰবাৰে ৰাতি অকাল মৃত্যু হোৱাত আমি এক মিনিট মৌন প্ৰাৰ্থনাৰে সেই শিল্পীজনাৰ আত্মাৰ সদ্গতি কামনা কৰোঁ আৰু শোকসন্তপ্ত পৰিয়ালবৰ্গৰ প্ৰতি সমবেদনা বাণী প্ৰেৰণ কৰোঁ। "সভাপতিয়ে কথাষাৰ কৈ শেষ কৰাৰ লগে লগে আৰু তেখেতৰ অনুৰোধক্ৰমে সমবেত ৰাইজ থিয় হৈ, বিষাদ বেদনাৰে ভৰা মনেৰে এক মিনিট মৌন প্ৰাৰ্থনা কৰি কলানুৰাগী ৰাইজে চন্দ্ৰ ফুকনৰ অতৃপ্ত আত্মাৰ সদ্গতি কামনা কৰিলে। তেওঁৰ আত্মাই চিৰশান্তি লাভ কৰাটো ৰাইজে বাঞ্ছা কৰিলে। দৰাচলতে এই দৃশ্য আছিল কৰুণ। প্ৰতিজন লোকৰ মুখতেই সেইদিনা বিষাদৰ ক'লা ছাঁ দেখা গৈছিল।

চন্দ্ৰ ফুকনৰ অকাল বিয়োগত অসমৰ কলাপ্ৰেমী, শিল্পানুৰাগী ব্যক্তি মাত্ৰেই চকুলো টুকিলে। এই প্ৰতিভাসম্পন্ন শিল্পীজনাৰ জীৱন বন্তি ইমান সোনকালে নুমাই যাব বুলি কোনেও হয়তো কল্পনাই কৰা নাছিল। তেওঁৰ বিয়োগত অসমৰ শিল্পী তথা সুধী সমাজখনৰ অপূৰণীয় ক্ষতি হ'ল বুলি স্বীকাৰ কৰিব লাগিব।

অসমৰ নাট্য আন্দোলনত যিসকল গুণগ্ৰাহী লোকে ব্যক্তিগত স্বাৰ্থ পৰিহাৰ কৰি সমূহীয়া স্বাৰ্থৰ খাতিৰত বিশেষভাৱে ত্যাগ স্বীকাৰ কৰি তথা অংশ গ্ৰহণ কৰি কাম কৰি গৈছিল—সেইসকলৰ ভিতৰত চন্দ্ৰ ফুকন আছিল আগৰণুৱা। আচলতে তেওঁৰ কৰ্মশক্তি আছিল বহুমুখী। প্ৰতিভা, ব্যক্তিত্ব, শিল্পীময় সত্তাৰ আদৰ্শ আৰু কাৰ্য্যাৱলীখিনি কলানুৰাগী অসমীয়া জাতিটোৰ উপকাৰৰ কাৰণেই উৎসৰ্গিত হৈ ৰ'ল।

মহান শিল্পী চন্দ্ৰ ফুকনৰ সেৱা আৰু কৰ্ম দক্ষতা বিভিন্ন দিশত প্ৰকাশ পাইছিল। মঞ্চ শিল্পৰ এজন একনিষ্ঠ কৰ্ণধাৰ হিচাপে তেওঁৰ সুখ্যাতি বুৰঞ্জীৰ পাতত ৰৈ গ'ল। বাস্তৱিকতে চন্দ্ৰ ফুকন আছিল—এজন প্ৰসিদ্ধ নাগৰিক, সুবক্তা, প্ৰতিভাশালী শিল্পী, যশস্বী অভিনেতা। উল্লেখযোগ্য যে, আমাৰ দেশখনৰ এটা কুলক্ষণীয়া ঐতিহ্য আছে। সেয়ে হ'ল—মৃত্যুৰে গ্ৰহণ নকৰালৈকে অসমীয়া জাতিয়ে কাকো স্বীকৃতি নিদিয়ে, কাৰো প্ৰতিভা আৰু মহানুভৱতাক গ্ৰহণ নকৰে। এয়া আমাৰ দুৰ্ভাগ্য ইয়াৰেই প্ৰমাণস্বৰূপে যশস্বী শিল্পী চন্দ্ৰ ফুকনকো মৃত্যুৰ পিচত বিভূষিত কৰা হৈছিল—"শিল্পপ্ৰাণ" উপাধিৰে।

যোৱা ৮ চেপ্তেম্বৰ (১৯৭১) তাৰিখৰ "গণতন্ত্ৰ" কাকতৰ চন্দ্ৰ ফুকন সোঁৱৰণী সংখ্যাত 'মই এটি গছপাত' শীৰ্ষক আলোচনামূলক প্ৰবন্ধত গীতিকাৰ

শ্ৰীনগেন বড়াদেৱে লিখিছে "মৃত্যুৰ পিচত শিল্পপ্ৰাণ উপাধিৰে বিভূষিত কৰা চন্দ্ৰ ফুকনৰ নাট্য সাধনাৰ সময়ছোৱাত অসমৰ বাইজে, নগাঁওৱ বাইজে তেওঁক কি দিলে তাৰ বিচাৰ আমি নকৰোঁ। অশাকৰোঁ নতুন চামে তেওঁৰ সাধনাৰ বাটেদি আগবাঢ়ি গৈ তেওঁৰ সপোন বাস্তৱত ৰূপায়িত কৰি শিল্পীজনাৰ প্ৰতি থকা প্ৰকৃত শ্ৰদ্ধাৰ নিদৰ্শন দাঙি ধৰিব।"

প্ৰকৃততে ইং ১৯০৯ চনৰ ২৭ আগষ্ট শুক্ৰবাৰে নগাঁওৰ আমোলাপট্টিত জন্ম গ্ৰহণ কৰা স্বনামধন্য প্ৰতিভাশালী খ্যাতনামা অভিনেতা নাট্যকাৰ একালৰ গণতন্ত্ৰ কাকতৰ পৃষ্ঠপোষক চন্দ্ৰ ফুকনক নগাঁও তথা অসমৰ বাইজে কি দিলে, কি নিদিলে সেইখিনি আলোচনা কৰাৰ এতিয়া আৰু সময় নাই। এতিয়া সময় হৈছে ইং ১৯৭১ চনৰ ২৭ আগষ্ট শুক্ৰবাৰে চিৰদিনৰ বাবে আমাৰ মাজৰ পৰা বিদায় লোৱা সেইজন মহান শিল্পী চন্দ্ৰ ফুকনৰ কল্পনাক বাস্তৱত ৰূপ দিয়াৰ, অসমৰ শিল্পী জগতখনিৰ প্ৰতি চিন্তা কৰাৰ আৰু কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰাৰ। তেতিয়াহে চন্দ্ৰ ফুকনৰ অতৃপ্ত আত্মাই চিৰশান্তি লাভ কৰিব পাৰিব। সুন্দৰৰ উপাসক স্বৰ্গীয় চন্দ্ৰ ফুকনদেৱৰ আত্মাই তৃপ্তি লাভ কৰক—এয়ে কামনা। * * *

———

# স্বৰ্গীয় বন্ধু চন্দ্ৰ ফুকনৰ স্মৃতিৰে

ৰাজেন শৰ্মা

চাওতে চাওতে বছৰটো পাৰ হ'ল। এই বছৰটোৱে যে তোমাক নি ক'ত লুকুৱালেগৈ মই বিচাৰি নেপাওঁ—কত সন্ধ্যা পাৰ হৈ যায় তথাপি তুমি নাই। এই নাই—এই অদৃশ্যতা বিৰাট এটা, নোহোৱাৰ মাজেদি যেন শৈশৱৰে পৰা দুয়ো ৰঙ্গমঞ্চত যে কত লুকাভাকু খেলিছিলো তাকে যেন চিঞৰি চিঞৰি তোমাক জগাই লৈ হ'লেও কব খুজিছো—স্মৃতিত টংকাৰ দিব বিচাৰিছো—হয় যদি মহা নিদ্ৰা ভংগ হওঁক—চেতনা লুপ্ত হৈহে কিজানিবা আছা—সজীৱ হওঁক। তথাপি কোৱাহি "বাপ ব'লা ষ্টেজলৈ ব'লা।" সকাহ পাম উৎসাহ উদ্দীপনাৰ মাজেদি ক্ষুদ্ৰাতিক্ষুদ্ৰ এফাকি বচন মাত্ৰ—এপলক ৰঙ্গমঞ্চত থিয় দি হয়তো এটি চৰিত্ৰকে ৰূপ দিম।

তুমি য'তে আছা—ত'ৰে পৰা শুনা ! স্কুলৰ নতুন হলত অস্থায়ী মঞ্চ নিৰ্মাণ কৰি লৈ প্ৰথম অভিনয় কৰিছিলো—"কনৌজকুৱৰী" —তাত তুমি "জয়চাঁদ" মই "সংযুক্তা"।

তাৰ পাচত নানা নাটকত তুমি ৰণৱাও, কৰ্ণ, চিৰাজ, অনিৰুদ্ধৰ বিপৰীতে নাৰী চৰিত্ৰত ক্ৰমান্বয়ে বীৰাবাঈ, নিয়তি, আলেয়া, ঊষা হৈছিলো। ১৯৪৮ চনৰ ৩০ চেপ্তেম্বৰ তাৰিখে নগাঁও নাট্য মন্দিৰত প্ৰথম সহ অভিনয় হোৱাৰ আগতে আনকি ভালেদিন পিচলৈয়ো এনে এখন নাটক মঞ্চস্থ হোৱা নাই য'ত মূল নাৰী চৰিত্ৰত মই অৱতীৰ্ণ হোৱা নাই। অৱশ্যে তুমিও বাদ পৰা নাই। সীতা, পদ্মা, (মানসা), দেৱলা আদি নাৰী চৰিত্ৰ তুমিও ৰূপায়ণ কৰিছিলা। তোমাৰ হেঁপাহৰ বীৰ চৰিত্ৰ বভ্ৰুবাহন, বুৰঞ্জীমূলক নাটক "দেৱলা-দেৱী"ত তুমি খিজৰ— কাৰেঙৰ লিগিৰীত জন্মগত নানা সা-সুবিধাৰে 'সুন্দৰ কোঁৱৰ' মুখৰিত কৰিছিলা। বিপৰীতে নাৰী চৰিত্ৰত ক্ৰমান্বয়ে চিত্ৰাঙ্গদা, মতীয়া, শেৱালী আছিলো মই। আকৌ তুমি চন্দ্ৰগুপ্ত; মই ছাঁয়া, তুমি নবাৰ মীৰ কাচিম; মই মণি বেগম। সৰ্বশেষত মঞ্চৰ ভেটিৰ অকাৰে গঢ় তোলা মৰ্ম্মস্পৰ্শী বিদ্ৰোহী পিয়লি ফুকনত তোমাৰ ব্যক্তিগত অৱদান স্বহৃত। অসমৰ প্ৰায় সকলো মঞ্চতে পিয়লি ফুকন নাটক মহা-

সমাৰোহেৰে অতি কৃতকাৰ্য্যতাৰে মঞ্চস্থ কৰা হৈছিল। ল'ৰা-ছোৱালী, ডেকা-বুঢ়া সকলোৱে একে পৰিয়ালৰ দৰে গৈ সাহস, শৃংখলা, কৃতিত্বৰে বিপ্লৱী নাটকৰ মান-মৰ্যাদা অক্ষুণ্ণ ৰখাইছিল।

প্ৰথম যেতিয়া শৈশৱৰ দেওনা পাৰহৈ চালুকীয়া মনেৰে অফুৰন্ত হেঁপাহ উদ্দীপনাৰে নাচ-গানেৰে ভৰা নাৰী চৰিত্ৰ 'বেউলা'ৰ ভূমিকাত উঠিবলৈ সাহস পালো (তুমিও পদ্মা মনসাৰূপে লগত আছিলা) তাকে শেষবাৰ লোৱা যাওঁক নেকি ? কি কোৱা ? তুমি কিন্তু চান্দ। কথা হৈছিলো। মোৰ ঘৰত সন্ধিয়া। হঠাতে কৈ পেলালো হ'ব দিয়া, পিল (মোৰ ছোৱালী বীণু) বেউলা। লগে লগে পুৱা-দুপৰীয়া তোমাৰ ঘৰত, সন্ধ্যা মঞ্চত আখৰা চলিল। চান্দ হৈ বোৱাৰী (বেউলাক) তৈয়াৰ কৰিলা। মোকো ইংগিত দিলা "দেৱাদিদেৱ মহাদেৱ' বুলি। শিৱ মন্দিৰত পূজাৰী হৈ যি দৃশ্যৰ অৱতাৰণা কৰিলা তাত মোৰ আনন্দাশ্ৰুৰ বাহিৰে একো নাই।

চান্দ সদাগৰৰ পাচত আৰু তুমি মঞ্চলৈ নাহিলা। তোমাৰ প্ৰস্থানৰ লগে লগে আমিও দৰ্শকৰ শ্ৰেণীলৈ যাব ধৰিছো। সেই পুৰণা নাটকবোৰ মঞ্চস্থ হলে ভাবো কিজানিবা মনে মনে আহি চাই আছাহি কাববাক ক'ৰবাত ছাঁৰ দৰে গোৱাইছাহি।

হায় নিয়তি সিও কি হয় ? সিপুৰীলৈ টানিলে তোমাক— সম্ভৱ অভাৱ আছিল তাত। মই সাহিত্য নেজানো— কবিতা মোৰ নাই। ভাষাটো নায়েই। সংগীত নৃত্য সম্বলিত অভিনয় কৰিবলৈ প্ৰয়াস পাইছিলো বুলিয়েই সম্ভৱ নৃত্যৰ তাল-তৰঙ্গৰ দৰে এই লিখাত নাটকীয়-উৎসাহৰ উঠা নমা চাপ পৰিব পাৰে, উপায় নাই বন্ধু তোমাক উপলক্ষ্য কৰিয়েই লিখিছো কি জানিবা তুমিয়েই নাটকীয় ভাৱ ধাৰা দি অলেখ সহায় কৰিছা ।

তোমাৰ জীৱন নাটৰ যৱনিকা পৰা আজি এবছৰ হ'ল। মঞ্চৰ শলিতাও প্ৰায় সুস্ক !! হাহাকাৰ হৈ পৰিছে !!!

তুমিওতো নিষ্ঠুৰ-শতকৰ নানা হেঁপাহ কাৰো-কোকালি আওকাণ কৰি তোমাৰ ৰুগ্ন দেহাক শান্তি নিদিলা। ক্ষত-বিক্ষত হৈ গ'ল ! শ-মনেও ভুমুকিয়াইছিল। ছেগ-চাই সাধিলে কাম। কিন্তু ?

সাধনাৰ মঞ্চগৃহ যে লোৱা ন'হল।

আজি মোৰ একো নাই; আছে মাথো এটি হুমুনিয়াহ, এটুপি তপত চকুলো। তাৰেই দিলো অৰ্ঘ আৰু দিলো বা-ৰতৰা। কমকৈ হলেও মঞ্চগৃহ নিৰ্মাণত আগুৱাব ধৰিছে।

———

# বাস্ত ৰুমাল

শ্ৰীসম্ভুৰাম শইকীয়া

কুঠৰী আৰু চন্দ্ৰ ফুকন, চন্দ্ৰ ফুকন আৰু কুঠৰী যেন একেটা নামেই। কুঠৰী নোহোৱা হলেও চন্দ্ৰ ফুকন চন্দ্ৰৰ দৰেই জিলিকি থাকিলেহেঁতেন। কিন্তু চন্দ্ৰ ফুকন বিনা, কুঠৰীক কোনেও নেজানিলেহেঁতেন।

তেখেত আছিল জীৱন-শিল্পী। আমাক, কুঠৰীবাসী ৰাইজক তেখেতে সংসাৰ ৰঙ্গমঞ্চত জীৱনৰ ভাও দিবলৈ কত আখৰা দিয়ালে। তেখেতৰ চেষ্টাতেই কুঠৰী বহুদূৰ আগবাঢ়ি গ'ল। উন্নতিৰ লগত খোজত খোজ মিলাই যাব পৰা কৰিলে। প্ৰকৃততে তেখেতেই এই অঞ্চলটোৰ অভিভাৱক। "ইকই চিকাৰী"ৰ বেমাৰৰ খবৰ কৰা, নুৰু মিঞাৰ অসুখত ডাক্তৰক নিজৰ খৰচ দি পঠোৱা, বিবাদ লাগিলে আনৰ হৈ নিজে ক্ষমা খোজা, প্ৰতিজন লোককে নিজৰ কাম আৰু কৰ্ত্তব্য সোঁৱৰাই দিয়া, হাতে হালোৱা নহলেও খেতিয়ক হোৱা, গোটেই অঞ্চলটোৰ তত্বাৱধান লোৱা ফুকন-দেৱৰ যেন ব্যক্তিগত কামৰ বাহিৰেও দৈনিক কৰ্ত্তব্য। কুঠৰীৰ কাৰণেই যেন চন্দ্ৰ ফুকনৰ জন্ম। শ্ৰীযুত হৰেশ্বৰ গোস্বামী ছাৰে আজি দুবছৰমান আগতে কোৱাৰ দৰে— "তেখেতক ঠাইখনৰ ভাৱসাম্য ৰক্ষাৰ কাৰণেহে যেন ভগৱানে পঠাই দিছে।"

মৃত্যুৰ কেইঘণ্টামানৰ আগতে কোৱা কথা কেইষাৰ মোৰ অন্তৰত এতিয়াও বাজি আছে। তেখেতে সেইদিনা পুৱা ৩৫০টা বোঁ, ঢেকেৰা মাছৰ পোৱালি পুখুৰীত মেলোৱাৰ কথাকে কৈছিল— "সম্ভৱ বুজিছ, নাও নুৰুৱে মানে ৰাৰা আৰু নমৰে মানে চাবা" বুলি আমাৰ অসমীয়াত কথা এষাৰ আছে; ময়ো চাওঁচোন নমৰালৈকে যত্ন কৰি। ময়ো এৰি দিয়া নাই। মনত ৰাখিবি কোনো চেষ্টাই অথলে নেযায়। যত্নৰ ফল ফলিয়াবই।"

মই মাত্ৰ ১৫ মিনিট সময় তেখেতৰ লগত কথা পাতিলো। তাৰ ভিতৰতে তেখেতে আমাৰ ফুটবল খেলাৰ খবৰ সুধিলে। প্ৰথম ভাৰতীয় অলিম্পিক

দলৰ নেতৃত্ব লোৱা টি, আও আৰু মেৰালালৰ খেলাৰ কৌশলৰ কথা কলে। কুঠৰী বহুমুখী সমবায়ক জীয়াই ৰাখি তাক আদৰ্শনীয় কৰি গঢ়ি তোলাৰ কথা, সৎ অন্তৰ লৈ সমাজত আগবাঢ়ি যাব লগাৰ কথা কলে।

বৰ্তমান 'অসম ষ্টাৰত' থকা গাঁওৰে ল'ৰা শ্ৰীনাথ দাসৰ এখনি হাতে লিখা গানৰ বহি চাই তেখেতক এটি মন্তব্য লিখিবলৈ দিছিল। মই বহীখন বিচৰাত তেখেতে কলে মন্তব্য বা চিনাকি বৰ্তমানলৈকে লিখা নাই যদিও কথা-খিনি ভাবি থৈছো। এনেকৈয়ে লিখিম বুলি ভাবিছো। "কুঠৰীত গাঁওবুঢ়া, বায়েন, সাতোলা, বাৰিক, দোকানী, খেতিয়ক, নাপিত, ধুবী, শিক্ষক সকলো আছে বুলি জানো, কিন্তু এজন গায়ক বা কবি যে আছে তাক জনা নাছিলো। এতিয়া জানি বৰ আনন্দ পালো আৰু বুজিলোঁ যে কুঠৰীয়ে ইয়াৰ নিজৰ পূৰ্ণ-তাৰ পথত অগ্ৰসৰ হৈছে। বুলি কৈ তাৰ মাজত গানবোৰৰ দুই এফাঁকি সুন্দৰাই লিখা কথা কলে। অলপতে 'জনমভূমিলৈ' পঠোৱা নগাঁও জিলাৰ নাট্য আন্দোলনৰ বিষয়ে লিখা প্ৰবন্ধটোৰ কথা আৰু ভাল হৈছে বুলি জনমভূমিৰ সম্পাদকে চিঠি লিখাৰ কথা কলে আৰু কলে— ভাল বুলি শুনিলে ভাল লাগে। সৰু ল'ৰা-ছোৱালীৰ দৰে," আৰু নিজৰ ৰসিকতাত নিজেই হাঁহিলে।

পুৱাবেলা মাত্ৰ ১৫ মিনিট সময় কথা পাতি স্কুললৈ গুচি গলোঁ। মনটো ভাল লগা নাই। স্কুলৰ পানী খোৱা ছুটীত মোক আকৌ মাতি পঠালে। মোক ডাক্তৰক খবৰ দিবলৈ কলে। অন্য কাকো খবৰ দিবলৈ মানা কৰিলে, ডাক্তৰ আহিল। ব্লাড প্ৰেছাৰ চাওঁতে যদিও প্ৰেছাৰ স্বাভাৱিক বুলি কৈছিল প্ৰকৃততে অলপ বেচি ধৰণৰ আছিল। ডাক্তৰে কলে ভয় কৰিব নালাগে, ঠিকেই আছে। তেখেতে উত্তৰ দিলে। "অ', তেতিয়াহলে ভয় নাই। মইতো ভয় কৰাই নাই মাথো তোমালোকে মুঠেই ভয় নকৰিবা। পিল এটা পঠাই দিয়াৰ কথা কওঁতে অ' পঠাবা বাৰু ডাক্তৰে দিছে বুলি অন্ততঃ মনটোকে প্ৰবোধ দিব পাৰিম।

## দুটি অন্তিম ইচ্ছা

তেখেতৰ অন্তিম ইচ্ছা দুটা আছিল। এটা হৈছে কুঠৰীতে শেষ নিশ্বাস ত্যাগ কৰা আৰু মিকিৰ মানুহৰ জীয়াই থকাৰ মানদণ্ড উন্নত কৰিবলৈ বৰডেকা গাঁৱত মিছনেৰীৰ স্কুলৰ দৰে এখন স্কুল স্থাপন কৰি সৰু সৰু ল'ৰা-ছোৱালীবোৰক



তাতে ৰাখি শিক্ষা দিয়াৰ ব্যৱস্থা কৰা। পূৰ্ণ হ'ল মাথো তেওঁৰ প্ৰথম ইচ্ছাহে। দ্বিতীয় ইচ্ছা এতিয়াও ৰৈ আছে। আজি প্ৰায় দুমাহমানৰ আগতে এই কথাটো আলোচনা কৰিবৰ কাৰণে মিকিৰ পাহাৰ জিলা পৰিষদৰ প্ৰধান কাৰ্য্যপালিকা আৰু সভাপতি যথাক্ৰমে শ্ৰীধনীৰাম ৰংপি আৰু শ্ৰীজয়চিং দলৈক মাতি আনি বুজাই কৈছিল। আৰু নিজেই চেপ্তেম্বৰ মাহত ডিফুলৈ গৈ সকলো ঠিক-ঠাক কৰি তাক কাৰ্য্যত পৰিণত কৰিবলৈ ইচ্ছা কৰিছিল। কিন্তু ইচ্ছা, ইচ্ছা হৈয়ে থাকিল। আমি আশা ৰাখিছো মাননীয় ৰংপি আৰু দলৈ ডাঙৰীয়াদেৰে তেখেতৰ এই অন্তিম ইচ্ছা পূৰ্ণ কৰিব।

## কুঠৰীৰ প্ৰেমত পৰিছো

কুঠৰীক অসমৰ মানচিত্ৰত এটি বিন্দুৰূপে স্থাপন কৰিবলৈ ওৰেটো জীৱন চেষ্টা কৰি গ'ল। কেৱল কুঠৰীৰ চিন্তা। যেন কুঠৰীৰ প্ৰতিটো ধূলিকণা, বনপাত আদিয়েও তেখেতক চিনি পায়। কুঠৰীৰ নিবনুৱা সমস্যা, খাদ্য সমস্যা, খেতিয়কৰ উৎপাদন বৃদ্ধিৰ চিন্তা, স্কুলত কিদৰে ভাল শিক্ষা দিব পাৰি তাৰ চিন্তা। মুঠতে তেখেতে কোৱাৰ দৰে—"মই কুঠৰীৰ প্ৰেমত পৰিছো। লোকে ক্ষুদ্ৰৰ পৰা ওপৰলৈ গৈ বিশ্বপ্ৰেমিক হয়। মোৰ আকৌ ওলোটাটোহে হৈছে। মোৰ ভালপোৱাটোনো কি আহি আহি কুঠৰী প্ৰেম হৈছে।" সঁচাকৈয়ে তেখেতে কুঠৰীক প্ৰাণতকৈয়ো ভাল পাইছিল আৰু ভাল পাইছিল ইয়াৰ সহজ সৰল, দাল দৰিদ্ৰ বিভিন্ন সম্প্ৰদায়ৰ মানুহখিনিক। ই যেন বিশ্বৰ এটি ক্ষুদ্ৰ তাঙৱণ। সেয়েহে মৃত্যুৰ দিনা শোকাকুল কুঠৰীবাসীসকলেও এদিন সম্পূৰ্ণৰূপে হালখতি কৰি তেখেতৰ প্ৰতি শ্ৰদ্ধা জনালে। দোকান, বজাৰ বন্ধ হোৱা, অফিচ-কাছাৰী বন্ধ হোৱা, স্কুল, কলেজ বন্ধ হোৱা, শুনিছিলো, কিন্তু হালখতি কৰা শুনা নাছিলো। পুৱাৰ লগে লগে কুঠৰীৰ বাদেও নগাঁও, কলিয়াবৰ আদিৰ মানুহেৰে তেখেতৰ বাসভৱন, আনকি গোটেই বাট-পদূলি ভৰি পৰে। কুঠৰীৰ ৰাইজৰ বন্ধুৰ আপোন "ফুকন চাহাব" আজি আমাৰ মাজত নাই। তেখেতে হয়তো ইমানপৰে নটসূৰ্য্য, কলাগুৰুৰ কাষ পালেগৈ। মুকুটবিহীন, অপ্ৰতিদ্বন্দ্বী সম্ৰাট ফুকন কুঠৰীৰ কাৰণে জন্ম হৈ কুঠৰীতে শেষ নিশ্বাস পেলালে। আমাৰ সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ ফুকন চাহাব গুচি গ'ল।

গোটেই কুঠৰী নিস্তব্ধ। শোকৰ ক'লা ছাঁই সকলোকে আবৰি পেলাইছে।

অকল কুঠৰীকে নহয়, গোটেই নগাঁও জিলাখনকে নহয় গোটেই অসমবাসীক কন্দুৱাই তেখেত আঁতৰি গ'ল। পিয়লি ফুকন নাটকত পিয়লিৰ ভাও লবলৈ আৰু নাট্যান্দোলনত আলোড়নৰ সৃষ্টি কৰিবলৈ ফুকন আৰু নাই। বজা, ধনী, দুখীয়া সকলোকে সমদৃষ্টিৰে চাওঁতা ফুকন ডাঙৰীয়া অনন্তধামলৈ গুচি গ'ল।

কুঠৰী তিনিআলিৰ চকুত থকা টি পেটাৰ্ণৰ ঘৰটোৰ উত্তৰ ফালৰ বাৰাণ্ডাৰ পূব মূৰত এখন বগা কাপোৰেৰে ঢকা টেবুলৰ কাষত ঘণ্টাৰ পিচত ঘণ্টা বহি থকা ঠাইকণ আজি চিৰশূন্য। তাৰ কাষলৈ আৰু কোনো নাহে।

"চন্দ্ৰ ফুকন" এই মিঠা নামটিৰ গৰাকী সুদৰ্শন পুৰুষজন আৰু আমাৰ মাজত নাই। আমাৰ কৰ্তব্যৰ কথা সোঁৱৰাই দিবলৈ "লোকে দেশ গঢ়াৰ কথা চিন্তা কৰে আমি আমাৰ গাওঁখনকে ঠিক কৰো" বুলি আমাৰ গাওঁখনৰ প্ৰতি আমাৰ কৰ্তব্য সোঁৱৰাই দিবলৈ তেখেত আৰু নাই।

সঁচাকৈয়ে আজি কুঠৰীৰ বন্তি নুমাই গ'ল। পূৰ্ণিমাৰ জোনাকৰে পোহৰাই থকা চন্দ্ৰ ফুকনৰ জ্যোতি আজি নিৰ্বাপিত হ'ল। তেখেত জানো সঁচাকৈয়ে আমাৰ মাজত নাই ? শাৰীৰিকভাৱে তেখেত আমাৰ মাজৰ পৰা আঁতৰি গ'ল, কিন্তু তেখেতৰ আদৰ্শৰ জ্যোতি জিলিকি আছে। সেই জ্যোতিৰ মৰণ নাই। সেই জ্যোতি অমৰ ॥ *.........

---

# বৰ দেউতালৈ মনত পৰে

শ্ৰীঅৰূপ জ্যোতি মহন্ত

আজি মনত পৰিছে সেইজনা মহান পুৰুষলৈ যিজনা মহান পুৰুষে মৃত্যুৰ মাত্ৰ কেইদিনমানৰ আগেয়ে এই কবিতাটিৰ দ্বাৰায় বহাগ বিহুৰ অনিৰ্বচনীয় আনন্দৰ হিল্লোলৰ মাজতো কিছু সুৰঙা উলিয়াই নিজৰ বহুমুখী জীৱনটোত ভুমুকিয়াই চাইছিল।

"মই এটি গছপাত
হালধীয়া
সৰিযাম শীতৰ শেষত
তোমালোক কুঁহিপাত ঃ সেউজীয়া
জুমি চাবা নতুন বেশত।
আৰু শুনা
আজিৰ মৃত্যুত হয় কালিৰ উদয়
কালিৰ মৃত্যুত হয় নব সূৰ্যোদয়।"

সঁচাকৈয়ে শিল্পপ্ৰাণ বৰদেউতা (চন্দ্ৰ ফুকন) হালধীয়া গছপাত হৈ আমাৰ সকলোকে কন্দুৱাই নিয়তিৰ নিষ্ঠুৰ প্ৰভাৱত অনন্তধামলৈ গুচি গ'ল। কিন্তু হে নিষ্ঠুৰ নিয়তি !! তই ইমান নিৰ্দয় কিয় ? ? বৰদেউতাক শীতৰ শেষলৈকে জীয়াই ৰাখিব নোৱাৰিলি ???

২৭ আগষ্ট (১৯৭১) শনিবাৰ। হঠাতে শুনিলোঁ আবেলিলৈকে কথাৰে টক্‌টকাই থকা বৰদেউতা শয্যাগত। মাতবোল নাই। ডাক্তৰে অক্সিজেন আৰু মৰ্ফিন দি শুৱাই থৈছে। কুঠৰী গাওঁৰ অবাল বৃদ্ধবনিতা সকলো সেই খবৰ পাই মৰ্মাহত। বৰদেউতাৰ ঘৰৰ আগৰ আমজোপাত জিলিয়ে গাইছে সন্ধিয়াৰ পুৰবী

ৰাগিণী। * ১০-৩১ মিনিট। লগে লগে চিৰদিনৰ বাবে শেষ হৈ গ'ল ববদেউতাৰ জীৱন প্ৰদীপ। তেখেতৰ মৃত্যুত তেখেতৰে মৰমৰ ম'হটোৱে অগণন শোকাকুলা ৰাইজৰ লগতে তেখেতৰ মৃতদেহত এভুমুকি নমৰাকৈ নাথাকিল। ম'হটোৱেও তাৰ দেহাত অনুভৱ কৰিলে ববদেউতাৰ অকাল বিয়োগ।

নগৰৰ মোহ বাদ দি জঙ্ঘলৰ মাজত অৱস্থিত কুঠৰী; যাক তেখেতে অসমৰ মানচিত্ৰত এটি উজ্বল বিন্দু হিচাপে স্থাপন কৰিবলৈ ওবে জীৱন চেষ্টা কৰি গ'ল তাক লিখনিৰে প্ৰকাশ কৰিবলৈ গ'লে বহুতৰ দৃষ্টিত সি ধুম্ৰ-ব্যূহৰ কুহেলিকা বুলিহে ধৰা দিব। কিমান চেষ্টা কৰিছিল কুঠৰীৰ একোজন অধিবাসীক একোজন দেশৰ নাগৰিক হিচাপে গঢ়ি তোলাৰ। কুঠৰীৰ খাদ্য সমস্যা, নিবনুৱা সমস্যা সমাধানত তেখেতে কিমান যত্ন কৰিছিল। প্ৰাণতকৈও আপোন বুলি ভাবিছিল কুঠৰী গাৱঁক। ইয়াৰ সহজ-সৰল দালদৰিদ্ৰ মানুহখিনিক। স'চাকৈয়ে তেখেতৰ বিয়োগত কুঠৰী গাৱঁৰ তথা সদৌ অসমবাসীৰ বুকুৰ স্পন্দন স্তব্ধ হ'ল।

কি যে প্ৰখৰ দূৰদৃষ্টিসম্পন্ন আছিল তেখেত ! আজি তেখেতৰ "টি পেটাৰ্ণৰ" ঘৰৰ উকা বাৰাণ্ডাত কিছু দিনৰ আগলৈকে তেখেতে অসমৰ তথা ভাৰতৰ গণ্যমান্য বিশিষ্ট নেতাৰ লগত নানান কথা আলোচনা কৰিছিল। তেখেত ইমানেই সৰৱৰহী আছিল যে তেখেতৰ ওচৰত সদায় এজন দুজন হলেও গণ্যমান্য বিশিষ্ট লোক আছিলেই। তেখেতৰ যোগেদিয়েই কুঠৰীয়েও ৰাজ্যপালকে আদি কৰি মন্ত্ৰীসকলক দেখাৰ সুযোগ লাভ কৰিছিল। কিন্তু আজিলৈ তেখেতৰ হেলনীয়া মজিয়াখনৰ পৰা য'ত বহিয়েই তেখেতে ঘণ্টাৰ পিচত ঘণ্টা কটাই দিছিল —নাইকিয়া হ'ল এটা গুৰুগম্ভীৰ কণ্ঠস্বৰ।

তেখেতৰ অভিনয়-প্ৰতিভাও আছিল অসাধাৰণ। "বিপ্লৱী" আৰু "পাৰঘাট" নামৰ কথাছবি দুখনত নায়কৰ ভূমিকাত কৰা সুন্দৰ সাৱলীল অভিনয় আজিও সোণৰ দৰে জিলিকি আছে। পিয়লি ফুকন, চান্দসদাগৰ, মেঘনাদ বধ, পৃথ্বীৰাজ আদি নাটকত কৰা তেখেতৰ নিখুঁত সাৱলীল অভিনয় দেখা সকলে নুই কৰিব নোৱাৰে।

১৯০৯ চনৰ ২৭ আগষ্টৰ দিনা অসম বুৰঞ্জী বিখ্যাত নাওবৈচা ফুকন পৰিয়ালত আমোলাপট্টিত তেখেতে জন্ম গ্ৰহণ কৰে। নগাওঁ জিলাৰ উচ্চ ইংৰাজী



বিদ্যালয়ৰ পৰা ১৯২৮ চনত প্ৰবেশিকা পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ কটন কলেজ আৰু কোচবিহাৰ কলেজৰ পৰাই তেখেতে স্নাতক মহলা পাছ কৰে।

সৰুকালৰ পৰাই তেখেতে সাহিত্য চৰ্চাত মনোনিবেশ কৰে আৰু তেতিয়াৰ পৰাই তেখেতৰ অভিনয়ৰ প্ৰতি অদমনীয় স্পৃহা জন্মে যাক তেখেতে মৃত্যুৰ সময়লৈকে দমাব নোৱাৰিলে।

আজি এইজনা মহান ব্যক্তি আমাৰ মাজত নাই স'চা কিন্তু তেখেতৰ স্মৃতিৰ পাৰ্পাৰি আমাৰ সকলোৰে অন্তৰত অকপতভাৱে নিহিত হৈ আছে আৰু সি নিহিত হৈ আছে কুঠৰীৰ প্ৰতিটি গছপাত বন-পাততেই।

তেখেতৰ মৃত্যুত শোকাকুল দালদৰিদ্ৰ মিকিৰ "ইক-য়েও" কান্দি কান্দি কৈছিল। "আমাৰ ফালেতো আৰু জীজাই (জীয়াই) থাকিবলৈ মন নাই। ফুকন চাহাৰ নথলে আজিপৰা আমাক কাৰ চাব" ? স'চাকৈয়ে বেচেৰা ইকয়ে তেখেতৰ মৃত্যুৰ কেদিনমান পিচতেই তেখেতক লগ ধৰিবলৈ সিপুৰী পালেগৈ।

সদৌ শেষত ভগৱানৰ ওচৰত কৰপুতে ইয়াকে খাটো যেন তেখেত অমৰ হওঁক। চন্দ্ৰ ফুকন আমাৰ মাজত জিলিকি থাকক।

———

# শিল্পীপ্ৰাণ চন্দ্ৰ ফুকনৰ শেষ কবিতা

—চন্দ্ৰ ফুকন

মই এটা গছপাত, হালধীয়া
সৰি যাম শীতৰ শেষত
তোমালোক কুঁহিপাত, সেউজীয়া
জন্মি চাবা নতুন বেশত।

আৰু শুনা,
আজিৰ মৃত্যুতে হয় কালিৰ উদয়।
কালিৰ মৃত্যুত হয় নৱ-সূৰ্য্যোদয় ॥

———

# মঞ্চ শিল্পী ফুকনৰ সপোন

—চন্দ্ৰ ফুকন

তেওঁলোকে এটা সপোন দেখিছিল
এটা মঞ্চ সাজিব।
এমুঠি মানুহে আগবঢ়ালে গাঁঠিৰ ধন
তেওঁলোক চহকী নাছিল।



এদল মানুহে কৰিলে শ্ৰমদান
তেওঁলোক শ্ৰমিক নাছিল
এচামে বৰঙণি দিলে প্ৰতিভা
সেই সকলেও শিল্পীৰ মৰ্য্যদা পোৱা নাছিল ।

কিন্তু তেওঁলোকেই
মানুহৰ নিহিত নাট্য স্পৃহাক
সংগঠনৰ মাজলৈ
চাৰিবেৰ দুখন চালৰ তললৈ আনিছিল।

তেওঁলোক গুচি গ'ল
থৈ গ'ল সপোনটো ! + +

———

# সপোন সপোন

– ৰত্ন ওজা

তোমাৰ মোৰ
সপোন মিলাই
সাজিছোঁ সোপান
সপোন ফলিওৱাৰ
সেই সোপানৰ
গাঁঠিয়ে গাঁঠিয়ে
গঁথা আছে আশা
শিল্পীপ্ৰাণ জনতাৰ।

———

# শ্ৰদ্ধা তৰ্পণ

কানু বেজবৰুৱা

হে কলাৰ পূজাৰী !
সপোন আছিল তোমাৰ
যুগমীয়া এটি মঞ্চ সাজিবৰ
কিন্তু হায়। অকালতে নিয়তিয়ে
ৰচনা কৰিলে মৃত্যু বিভীষিকাৰ ।।

শয়নে সপোনে মাথো
এটি চিন্তা সৰ্বক্ষণে
পৰিকল্পনা তৱ ৰঙ্গমঞ্চৰ
বাস্তৱত হ'ব নিৰূপন ।।

'চন্দ্ৰ ফুকন' যেন স্নিগ্ধৰ আলয়
শুনিছিলো অশোক বনত সীতা
দেখিছিল যিজনে
নাপাহৰে কাহানিও
সীতাৰূপী ফুকনৰ
অমৰ প্ৰতিভা ।।

পিয়লি ফুকনৰ সৃষ্টি
তোমাতেই সম্ভৱ
স্মৰণীয় হৈ ৰব
জ্যোতি সৃষ্টি "সুন্দৰ কোঁৱৰ"
বহুজনৰ অন্তৰৰ স্মৃতি মন্দিৰত ।।

চন্দ্ৰ কলাৰ দৰে
দিনে দিনে অনুদিনে

যশস্যাৰ উচ্চ শিখৰত
"শিল্পী প্ৰাণেৰে" বিভূষিত হৈ
মন প্ৰাণ কুল তিলক
নট চূড়া মণি
অন্ত কৰি জীৱনাভিনয়
গতি কৰে মহাপ্ৰস্থানৰ ।।

———

# 'চন্দ্ৰ ফুকন এটি নাম'

—জ্ঞানদা বৰা

চন্দ্ৰ ফুকন এটি নাম
এক ব্যক্তিৰ
ব্যক্তিত্বসম্পন্ন যাৰ
যাৰ সান্নিধ্যত
দেখিলো, শিকিলো
বহু কথা, বহু গুণ-গান
যাৰ জীৱন গৰিমা
প্ৰকাশৰ বিশেষ ক্ষমতা
নাই অমাসাৰ
সেই ব্যক্তিৰ ব্যক্তিত্বক
প্ৰকাশিৰ পাৰি
মাথো এই কথাৰে

তেওঁ শিল্পী
শিল্পীৰ সম্পূৰ্ণ অৰ্থত
তেওঁক দেখা পাওঁ,
সেয়ে কওঁ
হে শিল্পী
শিল্পী মহান
জীৱন গৰিমা তৱ
ব্যক্তিত্ব প্ৰধান ।

এই মহান শিল্পীয়ে
জীৱনৰ কোনো এক
মহেন্দ্ৰক্ষণত

নাটঘৰ মজিয়াত
কৰিছিল বলিষ্ঠ প্ৰবেশ
যি মুহূৰ্ত্তৰ পৰা
আজীৱন অভিনয় কৰি
বহুতকে মায়াবে মুহিলে,
হাঁহি হঁহুৱালে
কান্দি কন্দুৱালে
বিপ্লৱৰ সূচনা কৰিলে
আৰু ৰঙ্গমঞ্চ মজিয়াত
নৱৰস ঢালি
সুন্দৰৰ জেউতি চৰালে।

হে 'শিল্পী-প্ৰাণ'
তোমাৰ প্ৰতিটি কথা
আমাৰ মনত হ'ল
নাটঘৰ মজিয়াৰ
মিঠা স্মৃতি ভৰা
একোটি সফুৰা,
আৰু তুমি হ'লা
প্ৰেৰণাৰ উৎস,
জীৱন আদৰ্শ তব
আমাৰ কাৰণে হ'ল
পথ প্ৰদৰ্শক,
তোমাৰ আশীষ বাণী
আমাৰ কাৰণে হ'ব
ললাতৰ বিজয় তিলক
বিজয়ৰ আজন্ম কৱচ।

হে সুদৰ্শন
আজি এই বিদায় কালত
তোমাৰ ছবিটি
মোৰ মন-দাপোণত
উঠিছে সঘনে ভাঁহি,

মোৰ নয়নত
পৃথিবীৰ সমস্ত তৃষ্ণাৰ
জ্বলে যেন
অনিৰ্ব্বাৰ তৃষ্ণাৰ অগনি
যেন তোমাক এবাৰ
কোনো মুহূৰ্ত্তত
ৰঙ্গমঞ্চ মজিয়াত
পুণৰু দেখা পাম,

এনে ভাৱ হয়
যেন ক'ৰবাত
কণ্ঠস্বৰ শুনিবলে' পাম
তুমি যেন ক'বা
সেই উদাত্ত কণ্ঠে
"বাইজ মই আকৌ আহিম
জনমে জনমে মোৰ
এই অসমত
ঘৰে ঘৰে জনম লভিম
বাইজ, মই আকৌ আহিম।"

---

# "বিদায় তৰ্পণ"

—ভুবন চন্দ্ৰ ফুকন

(১)

হাঁয়, কাল পছোৱা—
পুৱাতেই শুনালিহি নিৰ্ম্মম বাৰতা—
আৰু নাই ! আৰু নাই !! আৰু নাই !!!
নুমাল 'চন্দ্ৰ'ৰ জ্যোতি চিৰকাললই !

(২)

চঊদিশে উঠে ৰোল শোক বিচ্ছেদৰ,
গুচি গ'ল পূজাৰী যেন চিৰ সুন্দৰৰ
—চিতে চিতে আঁকি থই
নন্দনৰ চাৰু ছবি
—জন মানৱৰ।

(৩)

সিদিনা মাথোন তুমি
ৰচিছিলা শোক গাথা
সতীৰ্থ বিষ্ণু ৰাভাৰ
—অমল শৰ্ম্মাৰ,
দুদিন পিচতে হায়
তোমাৰ বিদায় গীতি—
ৰচিব লগীয়া হ'ল—
নিয়তিৰ পৰিহাঁস
—নিষ্ঠুৰ দুৰ্ব্বাৰ !

(৪)

হে কলা-শিল্পী—
বিশিষ্ট আসনখনি,
অপূৰণ হৈয়ে ৰ'ব
—ক্ষতি হ'ল অসমৰ
— কলা জগতৰ
পুৱাবা কোনোবা দিন
আকউ জনম লভি
কবাহি পূৰ্বৰ কথা
—হই জাতিস্মৰ ?

(৫)

আজি এই বিদায় ক্ষণত,—
সোদৰ প্ৰতিম তব,—
—গুণ মুগ্ধ পৰাণৰ,
যাচো ইটি শ্ৰদ্ধা অৰ্ঘ্য,
সন্তৰ্পণে তোমালৈ,
—ক্ষীণ ই ছন্দ'ৰ
লভা যেন চিৰশান্তি
কামনা মনৰ × × ×

---

# স্মৃতি তৰ্পণ

—অপৰা গোহাঁই

পৰ্দা উঠাৰ লগে লগে
এটি সুপুৰুষৰ
উচ্চস্বৰ
বাজি উঠিল।

সমস্ত মন-প্ৰাণ নিয়োগ কৰি
জন মনে শুনি গল।
সেইয়া
ক্ষণিকতে কি অবিৰাম
নিৰ্বিৰ্বালিৰ সৈতে যোগাযোগ।

নাটকীয় ভংগীৰ মোহনীয়তাত
আমি মুহূৰ্ত্তলৈ
সচকিত হলো ।
ৰংগমঞ্চ জীৱন, কবিতাৰ
কাৰেঙৰ সৌধ সাজি
জন মানস কঁপাই তোলাৰ
স্বাক্ষৰে
ইংগিত দিলে।

হঠাৎ দেহাৱসান বাৰ্ত্তাত
এক হাঁহাকাৰ
নীৰৱতাৰ অস্থিৰ
পদক্ষেপ শুনা গ'ল।

অপূৰ্ণ আশাৰ মোহনীয়
স্বপ্নক,
ৰূপ দিয়াৰ মানসেৰে

জন মনে
নীৰৱতাৰে এইয়া
মুৰ দুপিয়ালে!

---

# সপোন সম্রাট

শ্ৰীগোলাপ চন্দ্ৰ শৰ্মা

হিয়া ভগা ক্ৰন্দন হুতাশ
নিমিষতে বিয়পি পৰিল
গছে পাতে এখন গাৱঁৰ।

এজন লোকৰ এষাৰি চেনেহী মাত
নিয়তিৰ নিষ্ঠুৰ গৰাসে
অকালতে নিলেহি সবাই।

জয় পৰি গ'ল এমুঠি অবোধ লোক—
জ্বলি জ্বলি মাৰ গ'ল
গছৰ তলৰ এগাছি বাঙলীদীপ।

চেনেহৰে হাতে গঢ়া
মনেৰে চানেকি বচা
এখনি ঘৰৰ বহু ব্যৰ্থতাৰ
যৱনিকা পৰি গ'ল।

গুচি গ'ল এখন হৃদয়—
ডাৱৰৰ সিপাৰৰ কোনোবা অচিন দেশ
হয়তো আপোন
হৃদয়ৰো নিচেই আপোন
এৰি গ'ল এমুঠি সপোন।

এমুঠি সপোন
সৰু সৰু মানুহক জীয়াই ৰখাৰ
বাস্তৱ সপোন।



আধাছিগা ডাৱৰৰ দুখোপা কজলা মেঘ
পাহাৰ কাষত
ফাচ লাগি বৈ থাকে—
মেঘে মাথো কয় কাণে কাণে,
বোৰ লগা দেৱতাক
আকুল আৰ্ত্তি কৰি
কান্দি আছে, ডাৱৰৰ সিপাৰত
সপোনটো যেন নহয় সাঁথৰ।

———

# গীত

শ্ৰীনাথ দাস

এই নিৰ্জ্জন ভয়াবহ
বনৰ মাজত —
পাহাৰ ভৈয়ামৰ
মিলন বাটত
তুমি আহিবানে ।

মিলন এনাজৰি বান্ধিবলে
বিশ্বৰ বাৰ্ত্তা বিলাবলে
তুমি আহিবানে ।

তোমাৰ জ্যোতিৰে পোহৰ
কৰিবলৈ আহিবানে
তুমি আহিবানে ।

ধ্যান মগ্ন মহা শান্তিৰূপে
সূৰ্য্য দীপ্ত গুণী শিল্পীৰূপে
নিৰ্ভীক ভাষণেৰে
জগাই তুলিবলৈ
আমাৰ মাজলৈ আকৌ আহিবানে
তুমি আহিবানে ।

———

# ঃ চন্দ্ৰ ফুকনদেৱৰ সোঁৱৰণত ঃ

শ্ৰীসুনীল মণ্ডল

এটি মৌন সন্ধিয়া
আকাশখনো ডাৱৰে আৱৰা
নামঘৰত পৰিছে ডবাৰ কোব
আৰু
নিচেই কাষত থকা
*সোঁ ডিফলু নৈখনো স্তব্ধ ।*
অচিনাকি দিশহাৰা ক্লান্ত চৰাইজাক
লীনহৈ গ'ল
অস্তগামী ৰক্তিম সূৰ্য্যৰ আভাত ।
হঠাৎ
গণমনলৈ আহিল ছাঁ—বিষাদৰ
সহস্ৰ জনতাৰ ক্ৰন্দনৰ ধ্বনি
সেইদিনা ২৭ আগষ্ট ৭১'
শুক্ৰবাৰ ।
হে শিল্পী
তুমি মঞ্চত প্ৰৱেশ কৰি
জীৱনৰ অলৌকিক আনন্দৰে
স্পষ্ট বলীষ্ঠ নীৰৱ কণ্ঠৰে
মোহিছিলা দৰ্শকৰ অন্তৰ ।
সাধনা কৰি গ'লা আজীৱন
অভিনয়ৰ ।
তোমাৰ অবিহনে
উদং আজি নাট্যমন্দিৰ (নগাৰ'ৰ)
আৰু অলেখ প্ৰতিষ্ঠান,
ঋণী আজি বহু সমাজ
মঞ্চত দুনাই নকৰা প্ৰৱেশ ?
অসমীৰ বোলছবিতো ভুমুকি মাৰি।
প্ৰশংসা লভিছিলা উচ্চ স্থানত
অভিনয় কৰিছিলা
'বিপ্লৱী', 'পিয়লি ফুকন' আৰু
'পাৰঘাটত' ।
এপিনে নাট্য ৰসৰ মঞ্চ গঢ়ি
আনপিনে আনাৰসৰ বাগিচা পাতি
এক নতুন উজ্জ্বল আভাৰে
আমাক দিছিলা প্ৰতিশ্ৰুতি —
'পৰিশ্ৰম কৰি
জীৱন সংগ্ৰামত প্ৰতিজ্ঞা কৰি
বাধাৰ প্ৰাচীৰ ভাঙি
অগ্ৰগামী হবলে'।
যি পথে গ'ল বিষ্ণু ৰাভা
আৰু ফণী শৰ্মা,
তুমিও সেই পথৰেই যাত্ৰী হ'লা।
আজি তুমি নাই
আছে মাথো
চৌদিশে তোমাৰ প্ৰতিভা।
গুণগ্ৰাহী জনতাই তোমাক সুঁৱৰি
টুকিছে চকুলো
বাগৰিছে দুগালেদি দুটি অশ্ৰুসুঁতি।
আকৌ আহিবা তুমি
অসমীৰ মঞ্চলৈ
মাতিছো কাতৰে ঃ
দেখুৱাবা পুনু মঞ্চাভিনয়
তোমাৰ প্ৰতিভাৰ আভাৰে
জাগ্ৰত হওক
আমাৰ সাধনাৰ বাট ।
সমবেত কণ্ঠে গাম আমি আজি
তোমাৰ জীৱনৰ জয়গান,
সাৰ্থক হওক
আজি তোমাৰ 'শিল্পীপ্ৰাণ'।

———

# স্মৃতি তৰ্পণ

## চন্দ্ৰ ঢকা মেঘ..........

কিছু শিল্পী সূৰ্যৰ দৰে প্ৰখৰ। কিছু শিল্পী চন্দ্ৰৰ দৰে কোমল। চন্দ্ৰ ফুকন আছিল জোনাকৰ দৰে স্নিগ্ধ। সোণৰ জখলাৰে নামি অহা বংশৰ চন্দ্ৰ ফুকন ডাঙৰীয়াই কুঠৰীত সৰু কোঁঠ পাতিও আজীৱন নাট ঘৰৰ কথাকে ভাবিলে-গুণিলে। ওপৰ অসম আৰু নামনি অসমলৈ ৰবৰাটেৰে উঠা-নমা কৰোঁতেও আমি কুঠৰীত থমকি ৰৈ জোনাকশীতল চন্দ্ৰ ফুকনদেৱৰ ছায়াত কত কথা পাতিছিলোঁ। ৰোগাক্ৰান্ত ফুকন ডাঙৰীয়াই কুঠৰীত পতা হেলনীয়া মাচিয়াখনত বহি বিশ্বৰ নাটগীতৰ বাৰ্তাৰ নানা কিতাপৰ মাজেৰেই লৈছিল। লগে লগে চেষ্টা কৰিছিল কুঠৰীৰ সৰু সৰু মানুহক সুন্দৰতৰ নাগৰিক কৰিবলৈ। কিমান হেঁপাহ আছিল পৃথিৱীৰ মানচিত্ৰত কুঠৰী বোলা গাওঁখন এটি জাকতজিলিকা বিন্দু হৈ উঠাটো চাবলৈ ! 'পিয়লি ফুকন' ফুকনৰ অমৰ সৃষ্টি— অসমৰ নাট ঘৰৰ বুৰঞ্জীত। বোল-ছবি জগতত ফুকনদেউ বৰকৈ সোমাই নপৰিলেও 'বিপ্লৱী' আৰু 'পাৰঘাট'ত নায়কৰূপে জিলিকি থাকিব। নগাঁৱৰ নাটঘৰ সজাত কিমান আগ্ৰহ কিমান শ্ৰম। চন্দ্ৰ ফুকনৰ দৰে জ্ঞানী কথা কওঁতা লোকো বিৰল। কবিতা ৰচাত হাতো ফুকনৰ কম নাছিল। জ্যোতি-বিষ্ণু-ফণী যোৱাৰ পিছত গ'লগৈ চন্দ্ৰ ফুকনদেউ। আমাৰ বুকু শুদা শুদা হ'ল। মৰণ মেঘে চন্দ্ৰক ঢাকিলে। পিচে চন্দ্ৰ ফুকনৰ জোনাক অসমৰ নাট আকাশত নাটঘৰ থাকে মানে থাকিব। শান্তি পাওক এইজনা মহান শিল্পীৰ পবিত্ৰ আত্মাই। মৌন মই।

"আমাৰ প্ৰতিনিধি"
২য় সংখ্যা
( কাতি, ১৮৯৩ শক )

*   *   *   *   *

(ক)—একাধাৰে নিখুঁত অভিনেতা, নাট্যকাৰ, মঞ্চৰচক বক্তা কবি সাহিত্যিক শিল্পপ্ৰাণ চন্দ্ৰ ফুকনদেৱৰ মৃত্যুৰ কথা সকলো ৰাইজেই গম পাইছে। ফুকন আছিল এজন ক্ষণজন্মা পুৰুষ। সেইদিনা শ শ জনতাই আবাল বৃদ্ধ বনিতাই



কুঠৰীৰ পৰা নগাঁওলৈ এই দীৰ্ঘ পথ অতিক্ৰম কৰি আহোঁতে তেখেতৰ নশ্বৰ দেহাৰ প্ৰতি জনোৱা শেষ শ্ৰদ্ধাঞ্জলিয়ে তেখেতৰ প্ৰতি থকা ৰাইজৰ গভীৰ শ্ৰদ্ধা আৰু স্নেহৰ প্ৰমাণ দিলে। তেখেতৰ গুণমুগ্ধ অসমৰ মুখ্যমন্ত্ৰী শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীদেৱে এটি লিখিত বাণীত শ্ৰদ্ধা জনাই এইবুলি "অসমে আজি এগৰাকী শিল্পী হেৰুৱাৰ উপৰিও বিশিষ্ট চিন্তাশীল লোক হেৰুৱালে। কলাৰ উৎকৰ্ষ সাধনেই আছিল তেখেতৰ জীৱনৰ সাধনা। নগাঁও নাট্য মন্দিৰেই আছিল তেখেতৰ ধ্যেয়।

*   *   *   *   *

আমাৰ অতি শ্ৰদ্ধাৰ আৰু মৰমৰ ফুকন ককাইদেউ আজি আমাৰ মাজত নাই।..........

আমাৰ অতি শ্ৰদ্ধাৰ 'চন্দ্ৰ ফুকন ককাইদেউৰ জীৱনৰ শেষছোৱাত অতি নিবিড়ভাৱে আমি দুজনে তেখেতৰ কাষ ছপাৰ সুযোগ পাইছিলো। অভিনয়ৰ যোগেদি তেখেতৰ জীৱনটোৰ বিষয়ে কিমানখিনি কথা তেখেতে আমাক কৈছিল। তেখেতে আমাক কিমান ভাল পাইছিল। আৰু আমিও তেখেতক কিমান ভাল পাইছিলোঁ আৰু শ্ৰদ্ধা কৰিছিলোঁ। সেই বিষয়ে যদি আমি সংচাকৈয়ে পাঠকসকলক জনাব খোজোঁ তেন্তে সেইখিনিক বহুতেই হয়তো অতিৰিক্ত বুলি কব। আমাৰ এই ক্ষুদ্ৰ আলোচনীখনি সম্পাদনৰ আৰু প্ৰকাশনৰ ক্ষেত্ৰত আমালৈ তেখেতেই বোছ উৎসাহ-উদ্দীপনা, দিহা-পৰামৰ্শ আগ বঢ়াইছিল। আমাৰ যোৱা বহাগ বিহু সংখ্যাৰ 'মেক্সিমিনিৰ' প্ৰথম পৃষ্ঠাত আমালৈ গভীৰ প্ৰীতি আৰু শুভেচ্ছাৰে আগ বঢ়োৱা কবিতাটো তেখেতৰ পবিত্ৰ সোঁৱৰণত পুনৰ প্ৰকাশ কৰা হ'ল।

"মেক্সিমিনি"
৩য় সংখ্যা ( ১ম বছৰ )

*   *   *   *   *

অসমৰ মঞ্চ জগতৰ প্ৰবীণ অভিনেতা আৰু বৰ্ণাঢ্য ব্যক্তি চন্দ্ৰ ফুকন আৰু নাই। শুক্ৰবাৰে নিশা ১১ বজাত কুঠৰীত থকা নিজা বাসভৱনত তেওঁৰ হৃদ-ৰোগত আক্ৰান্ত হৈ পৰলোক ঘটে। মৃত্যুৰ দিনা তেওঁৰ ৬২ বছৰ পূৰ্ণ হৈছিল। শ্ৰীফুকনৰ মৃত্যুৰ লগে লগে অসমৰ সংস্কৃতি-জগতে এগৰাকী বিৰল ব্যক্তিত্বশালী পুৰুষ হেৰুৱালে। শ্ৰীফুকনক অসমীয়া সংস্কৃতিৰ এগৰাকী বাচকবনীয়া সুসন্তান

বুলিব পাৰি। অসমীয়া সংস্কৃতিৰ নজহানপমা সত্বা স্বৰ্গীয় ফুকনৰ ব্যক্তিত্বৰ অন্যতম পৰশমণি আছিল। মঞ্চ জগতৰ খ্যাতিৰ লগতে শ্ৰীফুকনে এগৰাকী মাৰ্জিত ৰুচি আৰু মৰ্য্যাদাসম্পন্ন ভদ্ৰলোক হিচাপে খ্যাতি লাভ কৰিছিল।

"দৈনিক অসম"
২৯ আগষ্ট, ৭১

*    *    *    *    *

যোৱা দুটামান বছৰৰ ভিতৰত অসমৰ নাট্য জগতৰ উজ্জ্বল তাৰকাকেইটা এটা এটাকৈ অন্তৰ্হিত হব ধৰিছে। একেবাৰে শেষত গ'ল সুদৰ্শন, ব্যক্তিত্বসম্পন্ন, প্ৰবীণ অভিনেতা চন্দ্ৰ ফুকন। বিষ্ণু ৰাভা বা ফণী শৰ্মাৰ তুলনাত চন্দ্ৰ ফুকনৰ কাৰ্য্যক্ষেত্ৰ আছিল সীমাবদ্ধ, কিন্তু সেই সীমাবদ্ধ পৰিসৰতে তেওঁ অত্যুজ্জ্বল জ্যোতি বিকিৰণ কৰিছিল। নাট্যকাৰ আৰু অভিনেতা হিচাপে চন্দ্ৰ ফুকনৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ কীৰ্তি হ'ল বোধ হয় 'পিয়লি ফুকন' নাটকৰ ৰচনা আৰু তাৰ নাম ভূমিকাত তেওঁৰ অভিনয়। 'পিয়লি ফুকন' নাটকত অৱশ্যে নাট্যকাৰ হিচাপে কোনো ব্যক্তি বিশেষৰ নাম নাই, আৰু যিমানদূৰ জনা যায় প্ৰায় চাৰিজনমান লিখকে লগ লাগি সেই নাটকখন লিখিছিল—সেই চাৰিজনৰ ভিতৰত চন্দ্ৰ ফুকন আছিল অন্যতম আৰু নাটকখনৰ কেইটামান সৰ্বোত্তম অবিস্মৰণীয় অংশত তেওঁৰ হাতৰ ছাপ সুস্পষ্ট।

জীৱনৰ শেষ বয়সত চন্দ্ৰ ফুকনে বুঢ়ীয়া হৈ কাজিৰঙাৰ সমীপৱৰ্তী কুঠৰীৰ অৰণ্যৰ মাজত নিজে পতা সুৰ্মথিবাৰ বাগিচাত প্ৰায় নিসংগ সন্যাসীৰ জীৱন-যাপন কৰিছিল। কিন্তু তেওঁৰ গুণ-মুগ্ধ লোকসকলে সেই অৰণ্যৰ মাজতে গৈ তেওঁক বিচাৰি উলিয়াই লৈছিল। এদিন তেওঁ কলিকতাৰ প্ৰথম শ্ৰেণীৰ বিখ্যাত অভিনেতাৰ পৰা আৰম্ভ কৰি অসমৰ শ্ৰেষ্ঠ অভিনেতাসকললৈকে সকলোৰে অভিনয় ৰীতি আবৃত্তি কৰি মোক শুনোৱাইছিল। সি আছিল এক অবিস্মৰণীয় অভিজ্ঞতা।

চন্দ্ৰ ফুকন আছিল এজন সৰ্ব-সংস্কাৰ-মুক্ত, মানৱতাবাদী পুৰুষ। কুঠৰীৰ দৰিদ্ৰ নিৰীহ মানুহবোৰৰ তেওঁ আছিল প্ৰাণৰ বন্ধু; দুটা সৰু ন-অসমীয়া মুছলমান ল'ৰাক তেওঁ প্ৰায় পোষ্য-পুত্ৰ কৰি লৈছিল। নট আৰু নাট্যকাৰ হিচাবে তেওঁ যিমান মহৎ, এজন হৃদয়বান মানুহ হিচাবেও তেওঁৰ পৰিচয় তাতোকৈ কোনো গুণে কম মহৎ নাছিল।



"নীলাচল"
২২ ছেপ্তেম্বৰ ৭১'।

*    *    *    *    *

অসমৰ বোলছবি আৰু নাট্য আকাশৰ আন এটি ভোটা তৰা নগাৱঁৰ চন্দ্ৰ ফুকন আৰু নাই। যোৱা শুক্ৰবাৰে নিশা কুঠৰীত তেওঁ হৃদয়ৰোগত আক্ৰান্ত হৈ ৬২ বছৰ বয়সত পৰলোকপ্ৰাপ্ত হয়।

এই খ্যাতিনামা অভিনেতাজনৰ মৃত্যুৰ বাতৰি প্ৰচাৰ হোৱাৰ লগে লগে সমগ্ৰ অসমৰ নাট আৰু বোলছবি প্ৰেমীসকলৰ মাজত বিশেষকৈ নগাওঁ বাইজৰ মনত গভীৰ শোকৰ ছাঁ পৰে। নগাৱঁৰ চৰকাৰী কাৰ্য্যালয়, সকলো শিক্ষানুষ্ঠান আদি স্বৰ্গীয় ফুকনৰ প্ৰতি শ্ৰদ্ধা জনাই ছুটী দিয়া হয়।

মৃত্যুৰ আগে আগে তেওঁ 'জনমভূমি' কাকতত 'অসমৰ নাট্য আন্দোলনত নগাঁও জিলাৰ বৰঙণি' শীৰ্ষক প্ৰবন্ধত ('জনমভূমি'ৰ যোৱা ২৫ আগষ্টৰ সংখ্যা) তেওঁ দেখুৱা পাণ্ডিত্য আৰু মনোমোহা বিশ্লেষণ নিসন্দেহে অপূৰ্ব। ১৯৪৪ চনৰ পৰা ১৯৪৮ চনলৈকে নগাওঁ নাট্য মন্দিৰৰ সম্পাদকৰূপে থাকি নগাৱঁৰ নাট্য আন্দোলনত এখেতে আগবঢ়োৱা মূল্যবান অৱদান উল্লেখযোগ্য।

"জনমভূমি"
১ ছেপ্তেম্বৰ, ৭১'

*    *    *    *    *

আজি বহুজনৰ শ্ৰদ্ধাৰ আৰু মৰমৰ 'চন্দ্ৰ ফুকনৰ প্ৰতি শ্ৰদ্ধা নিবেদনৰ দিন। মাত্ৰ তেৰ দিন হৈছে অসমৰ কলা গগনৰ পৰা এটি উজ্বল নক্ষত্ৰ কক্ষচ্যুত হ'ল।

'ফুকনৰ ভদ্ৰোচিত আচাৰত দেশৰ সকলো মুগ্ধ হৈছিল। কৃষিৰ প্ৰতি আগ্ৰহত আৰু কৃষিৰ সম্পৰ্কৰ জ্ঞানত বিশেষজ্ঞসকলো স্তম্ভিত হৈছিল। কুঠৰীৰ নিচিনা অতি পিচপৰা ঠাইতে থাকি দৰিদ্ৰ আৰু অনুন্নত অঞ্চলৰ সেৱা কাৰ্য্যই তেওঁৰ জীৱনৰ আন এটা ব্ৰত। নাট্যকাৰ, নাট্য চৰ্চা, নাট্যজ্ঞান অৰ্জনৰ

কাৰণে পৃথিৱীৰ উন্নত দেশবিলাকৰ কলা আৰু মঞ্চ সম্বন্ধে জ্ঞান আহৰণৰ বিষয়ত বোধকৰো তেওঁ অসমতে অদ্বিতীয় আছিল।

নগাওঁ নাট্য মঞ্চক তেওঁৰ জীৱনৰ এটা আহিলা কৰি তুলিবলৈ তেওঁৰ আপ্ৰাণ চেষ্টা আছিল যাতে এই আহিলা লৈ অসমৰ নাট্যমঞ্চসমূহ গঢ়ি উঠে। সেইবাবেই নগাওঁ নাট্যমঞ্চৰ কাৰণে সকলোৰে ওচৰত কাষ চাপিছিল আৰু সেয়েহে এই নাট্যমঞ্চটো অসমতে উৎকৃষ্ট হৈ গঢ়ি উঠিছে।

আত্মা অমৰ। ফুকনৰ নশ্বৰ দেহ ভষ্ম হ'ল সঁচা কিন্তু তেখেতৰ গুণবিলাক অমৰ, সেইহে 'চন্দ্ৰ ফুকনক আমি মনৰ পৰা বিদায় নিদিও। ফুকনৰ আত্মাই সদায় ডেকাসকলক প্ৰেৰণা যোগাই থাকিব বুলি দৃঢ় বিশ্বাস কৰিছো।

**"গণতন্ত্ৰ"**
৮ ছেপ্তেম্বৰ ৭১'

———

# এজন মহান শিল্পীৰ জীৱনাৱসান

( চন্দ্ৰ ককাইদেউ আৰু নাই )

**শ্ৰীজিতেন শৰ্মা**

জন্মি চাবা নতুন বেশত;
সৰি যাম শীতৰ শেষত
তোমালোক কুঁহিপাত সেউজীয়া

"মই এটা গছ পাত, হালধীয়া
আৰু শুনা !
আজিৰ মৃত্যুতে হয় কালিৰ উদয়
কালিৰ মৃত্যুতে হব নব সূৰ্য্যোদয়"।

এইটো প্ৰখ্যাত শিল্পী চন্দ্ৰ ককাইদেউৰ শেহতীয়া কবিতা। বিভিন্ন অখ্যাত সুখ্যাত ব্যক্তিৰ মৃত্যুত মনোমোহা কবিতা লিখি শেষ কালত তেওঁ নিজকে লৈ ওপৰৰ মিনি কবিতাটো লিখি থৈ গ'ল। তাকে বাৰে বাৰে আবৃত্তি কৰি তেওঁৰ গুণমুগ্ধ চেমনীয়া শিল্পীসকলে শেষ শ্ৰদ্ধা নিবেদন কৰিলে— তেওঁৰ শৱযাত্ৰাত।

ককাইদেউৰ সম্বন্ধে লিখিবলৈ হাতত কলম লৈ মোৰ দুচকু পানীৰে ভৰি গৈছে। মোৰ সাংস্কৃতিক জীৱনৰ গুৰু 'ককাইদেউৰ মঞ্চৰ প্ৰতি থকা গভীৰ ভালপোৱাৰ কথা সুঁৱৰি মনত পৰিছে তেওঁৰে মনৰ কথা কেইফাকি—

"তেওঁলোকে এটা সপোন দেখিলে
এটা মঞ্চ সাজিব !

এমুঠি মানুহে আগবঢ়ালে
গাঠিৰ ধন
তেওঁলোক চহকী নাছিল,

এদল মানুহে কৰিলে শ্ৰমদান
তেওঁলোক শ্ৰমিক নাছিল,

এচামে বৰঙণি দিলে প্ৰতিভা
সেই সকলেও শিল্পীৰ মৰ্য্যাদা পোৱা নাছিল।

কিন্তু তেওঁলোকেই মানুহৰ নিহিত নাট্য স্পৃহাক
সংগঠনৰ মাজলৈ,

চাৰিবেৰ, দুখন চালৰ তললৈ আনিছিল !
তেওঁলোক গুচি গ'ল, — থৈ গ'ল সপোনটো।"

এই সপোনটো সফল কৰিবলৈ দেহে-কেহে মনে-প্ৰাণে বিচাৰিছিল, চেষ্টা কৰিছিল থিয়েটাৰ বুলিয়া চন্দ্ৰ ককাইদেৱে। জীৱনৰ হাজাৰ ঘাত-প্ৰতিঘাতৰ

সন্মুখীন হৈও একেবাৰে থিয়েটাৰ ভাল পাইছিল, মঞ্চ সাজিব খুজিছিল। ককাইদেৱে বহুবাৰ এই কথাষাৰ কৈছিল— "মইতো নিজে থিয়েটাৰ কৰিবলৈ মঞ্চ বিচৰা নাই, মঞ্চ বিচাৰিছো তহঁতৰ কাৰণে, ভৱিষ্যতৰ কাৰণে, ভৱিষ্যতৰ কাৰণে থিয়েটাৰ ঘৰটোৰ বাবে নোযোৱা জনৰ ওচৰলৈও যাম, নমতা জনকো মাতিম কাৰণ থিয়েটাৰ মই ভাল পাওঁ, মঞ্চ আমাক লাগিবই। মই ৰাজনীতি নকৰো—কৰিব নোখোজো, মই কেৱল সংস্কৃতিৰ সেৱা কৰিব খোজোঁ। We must have our dream fulfilled থিয়েটাৰ ঘৰ হ'বই লাগিব আৰু হ'বও"।

"বৰ লেকচাৰ দিয়েহে— বৰ থিয়ৰীটিকেল দিয়া তোমালোকৰ চন্দ্ৰ ফুকন" —বোলা শ্ৰেণীও অভিভূত হৈছিল— যেতিয়া দেখিছিল জীৱন্ত কালত চিনিব নোৱাৰা এই অসাধাৰণ শিল্পীজনৰ প্ৰতি ৰাইজৰ গভীৰ শ্ৰদ্ধা আৰু মৰমৰ চানেকি। অসমৰ মুখ্যমন্ত্ৰীয়ে নিজে মৃতদেহত মাল্য-অৰ্পণ কৰি উঠি উক্তি কৰিছিল— "চন্দ্ৰ ফুকনৰ মৃত্যুত কেৱল অসমেই নহয় ভাৰতবৰ্ষই এজন মহান শিল্পী হেৰুৱালে।"

এই মহান শিল্পীজনাক আমি মৃত্যুৰ আগতে চিনিব নুখুজিলোঁ। মুখ্য-মন্ত্ৰীৰ উক্তিয়ে বহুতৰ চকু খুলিলে। কিন্তু এতিয়া তাৰ মূল্য ক'ত ?

যিটো সপোনৰ কথা ককাইদেৱে বাৰে বাৰে কৈছিল সেই সপোনটো সফল কৰি তুলিব নোৱাৰি তেওঁ আধৰুৱা কৰি থৈ গ'ল। কোনে সফল কৰিব ? কোনেও নোৱাৰে যদিহে অসম চৰকাৰে মঞ্চৰ গুৰুত্ব উপলব্ধি কৰি আৰ্থিক অনুদানেৰে মঞ্চ সাজিবলৈ দি ককাইদেউৰ অতৃপ্ত আত্মাক তৃপ্ত নকৰে।

ককাইদেউৰ শেষ কৃত্যৰ সময়ত কুঠৰীত তেওঁৰ আনাৰস বাৰীত থিয় হৈ জ্বলি থকা দেহ ক্ষয়কাৰী জুইকুৰালৈ চাই চকু চল-চলীয়া হৈ পৰিছিল— এটা জীৱনৰ অন্ত পৰিল, এজন সঁচা অভিনেতাৰ অভিনয়ৰ যৱনিকা পৰিল। তেওঁৰ অতি আপোনজন মুখ্য সহকাৰী চন্দ্ৰ মহন্তৰ মুখে ককাইদেউৰ শেষৰ দিনটোৰ কথাবোৰ শুনাৰ পাচত আপোনা-আপুনি মুখৰ পৰা ওলাইছিল— —"Death is the necessary end of life—it will come when it will come."

ককাইদেউৰ অতৃপ্ত আত্মাই চিৰশান্তি লাভ কৰক।

---

* এসত্তৰ চনৰ এক ছেপ্তেম্বৰৰ গণতন্ত্ৰ কাকতত প্ৰকাশিত